শৰৎ গ্ৰন্থাৱলী—অসমীয়া সংস্কৰণ

সম্পাদনা—শ্ৰীবিধুভূষণ চৌধুৰী

# দেৱদাস



## কথাশিল্পী শৰৎচন্দ্ৰৰ অমৰ গ্ৰন্থাৱলী

দেৱদাস
বিন্দুৰ ছেলে
পণ্ডিত মশাই
বৈকুণ্ঠেৰ উইল
চন্দ্ৰনাথ
শ্ৰীকান্ত ১ম
শ্ৰীকান্ত ২য়
শ্ৰীকান্ত ৩য়
শ্ৰীকান্ত ৪ৰ্থ
দত্তা
গৃহদাহ
বামুনেৰ মেয়ে
নব বিধান
শেষ প্ৰশ্ন
শেষেৰ পৰিচয়

বিৰাজবৌ
বড়দিদি
অৰক্ষণীয়া
মেজদিদি
পৰিণীতা
কাশীনাথ
নিষ্কৃতি
চৰিত্ৰহীন
স্বামী
ছবি
পল্লীসমাজ
দেনাপাওনা
হৰিলক্ষ্মী
বিপ্ৰদাস
শুভদা

অনুৰাধা সতী ও পৰেশ
ইত্যাদি, ইত্যাদি

**চপলা বুক ষ্টল**
শিলং : অসম

# দেৱদাস

ৰচনা

শৰৎচন্দ্ৰ চট্টোপাধ্যায়

অনুবাদ

শ্ৰীতৰণীকান্ত শৰ্ম্মা

সম্পাদনা

শ্ৰীবিভুভূষণ চৌধুৰী

চপলা বুক ষ্টল

পুস্তক প্ৰকাশ আৰু প্ৰচাৰ প্ৰতিষ্ঠান

শ্বিলং : অসম

প্ৰকাশ—
শ্ৰীবিভূভূষণ চৌধুৰী
চাৰু সাহিত্য কুটিৰ
পোষ্ট বক্স নং১, শ্বিলং

পৰিবেশন—
চপলা বুক ষ্টল
শ্বিলং • অসম
[ ৪৫-২ ২-৬২ ]

মুদ্ৰক—
শ্ৰীসৌৰেন্দ্ৰ নাথ মিত্ৰ
বোধি প্ৰেছ
৫ শঙ্কৰ ঘোষ লেন
কলিকতা ৬

প্ৰকাশক কৰ্ত্তৃক
দ্বিতীয় সংস্কৰণ
১৯৬২ চন

মূল্য—২.৫০



# আমাৰ কথা

বঙ্গদেশৰ শক্তিমান কথাশিল্পী শৰৎচন্দ্ৰৰ ৰচনাবলী বঙ্গ-সাহিত্যৰ গৌৰবৰ বস্তু। কি বিষয় নিৰ্ব্বাচন, কি চৰিত্ৰ চিত্ৰন, কি ভাষাৰ লালিত্য, কি ৰচনাৰীতি, কি গতিশীলতা, সকলো ফালৰ পৰাই শৰৎচন্দ্ৰৰ উপন্যাস আৰু চুটি গল্পবিলাকে বঙ্গসাহিত্য তথা বিশ্ব-সাহিত্যত এটা বিশিষ্ট স্থান অধিকাৰ কৰি আছে। এই নিপুণ শিল্পীৰ পুথিবিলাকত মধ্যবিত্ত, নিম্ন মধ্যবিত্ত আৰু সাধাৰণ গাৱঁলীয়া মুনিহ-তিৰোতা সকলৰ এনে সুন্দৰ, এনে নিখুঁত, এনে হৃদয়গ্ৰাহী চিত্ৰবোৰ অঙ্কিত হৈছে যে পাঠকৰ হাতত পৰা মাত্ৰকে সেইবিলাকে পাঠকৰ মন আকৰ্ষণ কৰি লয়। শেষ নকৰাকৈ এৰিবতো নোৱাৰিযেই, আনকি শেষ কৰাৰ পাচতো দীৰ্ঘকাল চৰিত্ৰবিলাকে মনৰ দুৱাৰত সদাই ভুমুকি মাৰি থাকে, এটা চিৰন্তন আনন্দৰ ৰহণ যোগায।

এই সাৰ্থক শিল্পীৰ মনোমুগ্ধকৰ কিতাপবিলাকৰ অনুবাদ ভাৰতীয় আৰু অভাৰতীয় বহু ভাষাত ওলাইছে আৰু আন ভাষা-বিলাকতো লাহে লাহে হব ধৰিছে। শৰৎসাহিত্যৰ অসমীয়া ভাঙনি এতিযাও প্ৰকাশ হোৱা নাই। অসমীয়া ৰাইজক এই অমৰ সাহিত্যৰ সোৱাদ নিজৰ মাতৃভাষাৰ জৰিয়তে পৰিবেশন কৰাৰ দায়িত্ব আমি সানন্দে হাতত লৈছো। ৰাইজৰ পূৰ্ণ সমৰ্থন পালে এই দায়িত্ব আমি সুকলমে পালন কৰিব পাৰিম

আৰু অনতিপলমে এই অমিয়-মধুৰ-সাহিত্য ভঁৰালৰ দুৱাৰ তেওঁলোকৰ বাবে মুকলি কৰি দিব পাৰিম বুলি আমাৰ বিশ্বাস।

আশাকৰোঁ ৰাইজে যথাযোগ্য সমৰ্থন দি আমাৰ এই প্ৰচেষ্টাক সাফল্যমণ্ডিত কৰি তুলিব।

আমাৰ বঙ্কিম-ৰবীন্দ্ৰ-শৰৎ ৰচনাৱলীৰ অসমীয়া ৰূপান্তৰ, সম্পাদন আৰু প্ৰকাশ কৰাত যিসকল খ্যাতনামা অধ্যাপক, সাহিত্যিক, শিল্পী, সুহৃদবৰ্গই আমাক নিঃস্বাৰ্থভাবে সাহায্য, সহানুভূতি, উৎসাহ উদ্‌গনি দি আমাৰ যাত্ৰাপথ সুগম কৰিছে, মামুলি ধন্যবাদ দি তেওঁলোকৰ এই সহৃদয়তা আৰু মহানুভৱতাৰ অবমাননা কৰিব নোখোজোঁ। সেইবোৰ আমাৰ অন্তৰৰ অন্তস্থলত চিৰদিন চিৰ সেউজীয়া হৈ বিদ্যমান থাকিব।—ইতি,

শৰৎ তিৰোভাৱ দিন
২ মাঘ ১৩৫৭

বিনীত
শ্ৰীবিভুভূষণ চৌধুৰী

# শরৎ প্রয়াণে—

"যাহার অমরস্থান প্রেমের আসনে
ক্ষতি তার ক্ষতি নয় মৃত্যুর শাসনে,
দেশের মাটির থেকে নিল যাবে হরি'
দেশের হৃদয় তারে রাখিয়াছে ধরি'।"

—রবীন্দ্রনাথ

## প্ৰথম পৰিচ্ছেদ

এদিনাখন ব'হাগমাহৰ দুপৰীয়া, ৰদৰো অন্ত নাছিল, গৰমৰো সীমা নাছিল। ঠিক সেই সময়তে মুখাৰ্জ্জী পৰিয়ালৰ দেবদাস পঢ়াশালিৰ এচুকত এখন ফটাছিটা কঠৰ ওপৰত বহি ফলিখন হাতত লৈ, কেতিয়াবা চকু মেলি, কেতিয়াবা চকু মুদি, ভৰি দুখন মেলি দি, হামি কাঢ়ি অবশেষত হঠাতে খুব চিন্তাশীল হৈ উঠিল, আৰু এক নিমিষতে থিৰ কৰি পেলালে যে এনেকুৱা অতি মনোৰম সময়খিনিত পথাৰত চিলা উৰুৱাব লৈ এৰি পঢ়াশালিত বন্ধ হৈ থকাটো ঠিক নহয়। তাৰ উৰ্ব্বৰ মস্তিষ্কৰ পৰা এটি উপায়ো ওলাল। সি ফলিখন হাতত লৈ থিয় দিলে।

পঢ়াশালিত এতিয়া পানীখোৱাৰ ছুটি। ল'ৰাবোৰে নানা ভাব-ভঙ্গী আৰু কোহাল কৰি ওচৰৰে এডাল বৰগছৰ তলত ভটা-গুটি খেলি আছিল। দেবদাসে এবাৰ সেইপিনে চালে। সি পানীখোৱাৰ ছুটি নাপায় কাৰণ গোবিন্দ পণ্ডিতে বহুবাৰ দেখিছে যে এবাৰ পঢ়াশালিৰ পৰা ওলাই গৈ আকৌ সোমোৱাটো দেবদাসে একেবাৰে অপছন্দ কৰে। তাৰ দেউতাকেও নিষেধ কৰিছিল। নানা কাৰণত এইটোৱে ঠিক হ'ল যে এই সময়খিনিত সি চৰ্দ্দাৰ ছাত্ৰ ভুলুৰ তত্ত্বাৱধানত থাকিব।

এতিয়া ঘৰৰ ভিতৰত মাত্ৰ পণ্ডিত ডাঙৰীয়া দুপৰীয়াৰ এলাহত চকু মুদি শুই আছিল আৰু চৰ্দ্দাৰ ছাত্ৰ ভুলু এচুকত হাত

ভৰি ভগা এডোখৰ বেঞ্চিৰ ওপৰত সৰু-সুৰা পণ্ডিতটো হৈ বহি আছিল আৰু মাজে মাজে একেবাৰে তাচ্ছিল্যৰ সৈতে কেতিযাবা বা ল'ৰাবোৰৰ খেল চাই আছিল, কেতিযাবা বা দেবদাস আৰু পাৰ্ব্বতীৰ ফালে হেলাৰে কেৰাহিকৈ চাই আছিল। মাত্র এমাহমান হ'ল পাৰ্ব্বতীয়ে পণ্ডিত ডাঙৰীয়াৰ আশ্রয আৰু তত্ত্বাবধান লাভ কৰিছে। পণ্ডিত ডাঙৰীয়াই বোধ কৰোঁ এই কম সময়ৰ ভিতৰতেই তাইৰ মনত খুব ভাল লগাব পাৰিছিল, সেই বাবে তাই অতি মনোযোগেৰে খুব ধৈৰ্য্য ধৰি টোপনি যোৱা পণ্ডিতৰ ছবিটো বোধোদয ৰ শেষ পাতটোৰ ওপৰত চিঁযাহীৰে আকিব ধৰিছিল আৰু পাৰ্গত চিত্রকৰৰ দৰে নানানভাবে চাইছিল তাইৰ বহু যত্নৰ ছবিটো আদৰ্শৰ লগত কিমানখিনি মিলিছে। মিল যে বহুতখিনি আছিল সেইটো নহয, কিন্তু পাৰ্ব্বতীয়ে ইযাতেই যথেষ্ট আনন্দ আৰু আত্মতৃপ্তি লাভ কৰি আছিল।

এনে সময়ত দেবদাসে ফলি হাতত লৈ থিয দিলে আৰু ভুলুক উদ্দেশ্য কৰি মাত দি ক'লে, অঙ্ক নহয।

ভুলুৱে শান্ত গম্ভীৰ মুখেৰে ক'লে, কি অঙ্ক ?

—মোন কৰা।

চাওঁ ফলিখন—

তাৰ মনৰ ভাব এইটো যে এইবোৰ কামত সি ফলিখন হাতত পালেই হ'ল। দেবদাসে তাৰ হাতত ফলিখন দি ওচৰতে থিয় দিলে। ভুলুৱে ডাঙৰকৈ মাতি লিখিবলৈ ধৰিলে, এমোন তেলৰ দাম যদি চৈধ্য টকা ন আনা তিনি গণ্ডা হয়, তেনেহ'লে—

এনেতে এটা ঘটনা ঘটিল।—হাত-ভৰি ভগা বেঞ্চিখনৰ ওপৰত চৰ্দ্দাৰ ছাত্ৰই তাৰ পদমৰ্য্যাদাৰ উপযুক্ত আসন নিৰ্ব্বাচন কৰি আজি তিনি বছৰৰ পৰা প্ৰত্যেকদিনে আহি বহি আছে। তাৰ পাচফালে এসোপা চূণ দ'মাই থোৱা আছিল। এইবোৰ পণ্ডিত ডাঙৰীযাই বোলে কোনো এক যুগত সস্তা দামত কিনি ৰাখিছিল, সঙ্কল্প আছিল, ভাল দিন আহিলে ইযাতে পকী ঘৰ সজাব। কেতিয়া যে সেই শুভদিন আহিব নাজানোঁ, কিন্তু সেই বগা গুৰিবোৰৰ প্ৰতি তেওঁৰ সতৰ্কতা আৰু যত্নৰ সীমা নাছিল। সংসাৰ-অনভিজ্ঞ, অপৰিণামদৰ্শী কোনো অলক্ষ্মী আশ্ৰিত ল'ৰাই ইয়াৰ বিন্দুমাত্ৰ যাতে নষ্ট কৰিব নোৱাৰে সেই বাবে তেওঁৰ প্ৰিয়পাত্ৰ আৰু বয়সিয়াল ভোলানাথে এই সযত্ন-সঞ্চিত বস্তুটো সাৱধানে ৰক্ষা কৰাৰ ভাৰ পাইছিল আৰু সেই কাৰণেই সি বেঞ্চিখনৰ ওপৰত বহি সেইবোৰ আগুৰি ৰাখিছিল।

ভোলানাথে লিখি আছিল, এমোন তেলৰ দাম যদি চৈধ্য টকা ন অনা তিনি গণ্ডা হয, তেনেহলে—আই—ঐ—তাৰ পিছতেই খুব শব্দ হ'ল। পাৰ্ব্বতীযে ববকৈ চিঞঁৰ মাৰি হাত চাপৰি দি মাটিত লুটি খাই পৰিল। ঠিক তেতিয়াই টোপনিৰ পৰা সাৰ পাই গোবিন্দ পণ্ডিতে চকু ৰঙা কৰি একেবাৰে থিয় দি উঠিল, দেখিবলৈ পালে, গছৰ তলত থকা ল'ৰাবোৰে দল বান্ধি হৈ চৈ শব্দ কৰি লৰি কুৰিছে আৰু সেই মুহূৰ্ত্ততে তেওঁৰ চকুত পৰিল যে ভগা বেঞ্চিখনৰ ওপৰত ভুখন ভৰি নাচিব ধৰিছে

আৰু চূণবোৰৰ মাজত আগ্নেয়গিৰিৰ অগ্ন্যুৎপাত হ'ব ধৰিছে। তেওঁ চিঞৰি উঠিল, কি—কি হৈছে।

উত্তৰ দিবলৈ আছিল মাত্র পাৰ্ব্বতী, কিন্তু তাই তেতিয়া মাটিৰ ওপৰত লুটি খাই আছিল আৰু হাত চাপৰি দি আছিল। পণ্ডিত ডাঙৰীযাই বিফল প্রশ্ন খণ্ডেৰে ঘূৰি গ'ল, কি—কি হৈছে।

তাৰ পিছত শুভ্ৰমূৰ্ত্তি ভোলানাথ চূণ ঠেলি থিয় দি উঠিল। পণ্ডিত ডাঙৰীযাই আকৌ চিঞৰি উঠিল, গৰু তই। তই তাৰ ভিতৰত।

উঁ—উঁ—উঁ—

আকৌ।

দেব চালাই ঠেলা মাৰি—উঁ—উঁ—মোনকষা

আকৌ গৰু।

কিন্তু তাৰ অলপ পিছতেই গোটেই ঘটনাটো বুজি পাই, কঠৰ ওপৰত বহি প্রশ্ন কৰিলে, দেবই পেলাই দি পলাই গৈছে ?

ভুলুৱে আৰু কান্দিবলৈ ধৰিলে—উঁ—উঁ—উঁ—

তাৰ পিছত কিছু সময় ধৰি চূণ জোকাৰি পেলোবা হ'ল, কিন্তু বগা আৰু ক'লা বৰণৰ গুণত চৰ্দ্দাৰ ছাত্র দেখাত এক ৰকম ভূতৰ দৰে হ'ল আৰু তেতিয়াও তাৰ কাঁন্দোন শুণ্ডচিল।

পণ্ডিতে ক'লে, দেবই ঠেলা মাৰি পলাইছে ? ইমান সাহ ?

ভুলুৱে ক'লে, উঁ—উঁ—

পণ্ডিতে ক'লে, ইয়াৰ পোটক তুলিম।

ভুলুব ক'লে, উঁ—উঁ—উঁ—

পণ্ডিতে আকৌ সুধিলে, ল'ৰাবোৰ ক'ত ?

তাৰ পিছত ল'ৰাবোৰে ৰঙমুৱা হৈ ফোঁপাই-জোপাই উলটি আহি জনালে বোলে দেবক ধৰিব নোৱাৰিলে।

উঃ—যেনেকৈ ইটা দলিযাই।

ধৰিব পৰা নগল ?

আৰু এজন ল'ৰাই আগৰ কথাষাৰকে শুনাই ক'লে, উঁ—

যিদৰে—

চুপ বেটা—

সি ঢোক গিলি একলীয়া হৈ আঁতৰি গ'ল। নিষ্ফল ক্ৰোধত পণ্ডিত ডাঙৰীযাই প্ৰথমে পাৰ্ব্বতীক খুব ধমক দিলে, তাৰ পিছত ভোলানাথৰ হাতত ধৰি ক লে, ব'ল এবাৰ কাছাৰী ঘৰলৈ জমিদাৰ ডাঙৰীযাক কৈ আহো গৈ।

ইযাৰ অৰ্থ এই যে জমিদাৰ নাৰাযণ মুখাৰ্জ্জীৰ ওচৰত তেখেতৰ পুত্ৰৰ আচৰণৰ বিষয়ে গোচৰ দি আহিব।

তেতিয়া আবেলি প্ৰায তিনি বাজিছিল। নাৰায়ণ মুখাৰ্জ্জী ডাঙৰীযাই বাহিৰত বহি গুৰগুৰি হোকাত ধপাত হুপি আছিল আৰু এজন চাকৰে বিচনি এখনেৰে বিচি আছিল। ছাত্ৰ লগত লৈ পণ্ডিত অসমযত যোৱা বাবে অলপ আচৰিত হৈ ক'লে, গোবিন্দ দেখোন।

গোবিন্দ জাতিত কাযস্থ আছিল। ভূমিষ্ঠ হৈ প্ৰণাম কৰি ভুলুক দেখুৱাই তেওঁ সকলো কথা বহলাই ক'লে। মুখাৰ্জ্জী

ডাঙৰীয়াই বেজাৰৰ ভাব প্ৰকাশ কৰি ক'লে, কি হ'ব, দেবদাস দেখোন শাসনৰ বাহিৰ হৈ গৈছে।

কি কৰিম, আপুনি আদেশ দিয়ক।

জমিদাৰে হোকাৰ নলিচাডাল থৈ দি ক'লে, সি ক'লৈ গ'ল?

কেনেকৈ ক'ম। যিবিলাকে ধৰিবলৈ গৈছিল, সিহঁতক সি ইটা মাৰি খেদি দিছে।

তেওঁলোক দুয়োজনে কিছুপৰ মনে মনে থাকিল। নাৰায়ণ মুখাৰ্জ্জীয়ে ক'লে, ঘৰলৈ আহিলে যি হয় এটা কৰা হব।

গোবিন্দই ছাত্ৰৰ হাতত ধৰি পঢ়াশালিলৈ উভতি গৈ মুখ আৰু চকুৰ ভাব-ভঙ্গীত গোটেই পঢ়াশালিখনকে সন্ত্ৰস্ত কৰি তুলিলে আৰু প্ৰতিজ্ঞা কৰিলে বোলে দেবদাসৰ দেউতাক সেই অঞ্চলৰ জমিদাৰ হ'লেও তাক আৰু পঢ়াশালিত সোমাবলৈ নিদিব। সেই দিনা কিছু আগতেই পঢ়াশালি ছুটি হ'ল, ল'ৰা-বোৰে যাবৰ সময়ত বহুতো কথা কোবাকুই কৰিবলৈ ধৰিলে।

এজনে ক'লে, উঃ। দেবৰ গাত কেনেকুৱা বল দেখিছ।

আৰু এজনে ক'লে, ভুলুক ভাল জব্দ কৰিছে।

উঃ—এনে দলি মাৰিব পাৰে।

আৰু এজনে ভুলুৰ পক্ষৰ পৰা ক'লে, চাবি বাক ভুলুৱে ইয়াৰ পোটক তুলিব।

ইঃ। সিতো আৰু পঢ়াশালিলৈ নাহে, কেনেকৈ প্ৰতিশোধ লব।

এই ক্ষুদ্র দলটোৰ একাষত থাকি পাৰ্ব্বতীও ফলি আৰু কিতাপ লৈ ঘৰলৈ আহিব ধৰিছিল। নিচেই কাষত থকা লৰা এটিৰ হাত এখনত ধৰি তাই সুধিলে, মণি, সচাকৈয়ে দেৱদাক আৰু পঢ়াশালিলৈ আহিবলৈ নিদিযে?

মণিযে কলে, নিদিযে—কোনোমতে নিদিয়ে।

পাৰ্ব্বতী আঁতৰি গ'ল—কথাটো শুনিব পৰাই তাইৰ ভাল লগা নাছিল।

পাৰ্ব্বতীৰ দেউতাকৰ নাম নীলকণ্ঠ চক্ৰবৰ্ত্তী। চক্ৰবৰ্ত্তী ডাঙৰীযা জমিদাৰৰ চুবুৰীয়া অৰ্থাৎ মুখাৰ্জ্জী ডাঙৰীয়াৰ সুবৃহৎ ঘৰৰ কাষতে তেওঁৰ পুৰণিকলীযা সৰু আৰু বহুদিনীযা ইটাৰ ঘৰ। তেওঁৰ দহ বিঘামান মাটি আছে, জমিদাৰৰ ঘৰৰ পৰাও ইবিধ-সিবিধ পাই থাকে, বে'ছ সুখৰ পৰিয়াল, ভালমতেই দিনবোৰ যায়।

প্ৰথমতে ধৰ্ম্মদাসৰ লগতে পাৰ্ব্বতীৰ দেখা হ'ল। সি দেৱদাসৰ ঘৰৰ চাকৰ। এবছৰ বযসৰ পৰাই আজি বাৰ বছৰ বযস পৰ্য্যন্ত দেৱদাসক লৈযে সি ব্যস্ত, তাক পঢ়াশালিলৈ লৈ যায় আৰু ছুটিৰ পিছত ঘৰলৈ লৈ আহে। এই কামটো সি নিযমিত ভাবে প্ৰতিদিন কৰিযেই আছে আৰু আজিও সি পঢ়াশালিলৈ যাবলৈ ওলাইছিল, পাৰ্ব্বতীক লগ পায়ে সুধিলে, ক'তা পাৰু, তোৰ দেৱদা ক'ত?

পলাই গৈছে।

ধৰ্ম্মদাসে খুব আচৰিত হৈ শুধিলে, পলাই গৈছে মানে?

পাৰ্ব্বতীৰ তেতিয়া ভোলানাথৰ দুৰ্দ্দশাৰ কথা মনত পৰিল। তাই আকৌ নতুনকৈ হঁহা আৰম্ভ কৰিলে, বুজিছা ধৰ্ম্ম, দেবদাই হি হি হি—একেবাৰে চূণৰ দ'মত হি হি—হুহু—একেবাৰে চিৎ কৰি—

ধৰ্ম্মদাসে সকলোবোৰ কথা বুজি নাপালেও তাইৰ হাঁহি দেখি নিজেও কিছুপৰ হাঁহিলে, পিছত হাঁহি ৰখাই অলপ জোৰেৰে ক'লে, ক'চোন পাৰু। কি হৈছে?

দেবদাই ঠেলা মাৰি ভুলুক—চূণৰ দ'মত—হি হি হি—ধৰ্ম্মদাসে এইবাৰ বাকীখিনি বুজিলে আৰু অতিশয় চিন্তান্বিত হৈ ক'লে, পাৰু, সি এতিয়া ক'ত আছে ক'ব পাৰনে?

মই কেনেকৈ ক'ম?

তই জান—কৈ পেলা। তাৰ চাগৈ খুব ভোক লাগিছে।

লাগিছেই তো, মই কিন্তু নকওঁ।

কিয় নকব?

ক'লে মোক মাৰিব। খোৱাবস্তু মই দি আহিম। ধৰ্ম্মদাস কিছু পৰিমাণে সন্তুষ্ট হ'ল—বাৰু, দি আহিবি আৰু তাক সন্ধিয়াৰ আগতে বুজাই বঢাই ঘৰলৈ মাতি আনিবি।

ওঁ, আনিম।

ঘৰলৈ আহি পাৰ্ব্বতীয়ে দেখিলে, তাইৰ মাকে আৰু দেৱদাসৰ মাকে দুয়ো সকলো কথা শুনিছে। তাইকো এই কথাটো সোধা হ'ল। হাঁহি, গম্ভীৰ হৈ যিমান খিনি পাৰে ক'লে। তাৰ পিছত আচলতে মুৰি বান্ধি লৈ জমিদাৰৰ এখন আমৰ

বাগিছাৰ ভিতৰত সোমাল গৈ। বাগিছা সিহঁতৰ ঘৰৰ ওচৰতে আৰু ইযাৰ একেবাৰে ওচৰতে এটা বাঁহৰ জাৰণি আছিল। তাই আগৰ পৰাই জানে, লুকাই ধপাত খাবৰ বাবে দেৱদাসে বাঁহৰ জাৰণিৰ মাজত এডোখৰ ঠাই পৰিষ্কাৰ কৰি ৰাখিছিল। পলাই লুকাই থাকিব লাগিলে এই খিনিযে তাৰ গুপুত ঠাই। ভিতৰত সোমাই তাই দেখিলে, বাঁহৰ জাৰণিৰ মাজত দেৱদাসে এটা সৰু হোকা হাতত লৈ বহি আছে আৰু বিজ্ঞৰ দৰে হোকা টানিব ধৰিছে। মুখখন বৰ গম্ভীৰ, যথেষ্ট দুশ্চিন্তাৰ চিন তাত প্ৰকাশ পাইছে। পাৰ্ব্বতীক দেখা পাই সি খুব আনন্দিত হ'ল, কিন্তু সেই ভাব বাহিৰত প্ৰকাশ নকৰিলে। হোকা টানি টানি গহীন-ভাবে ক'লে, আহ।

পাৰ্ব্বতী আহি ওচৰতে বহিল। আঁচলৰ আগত যি বন্ধা আছিল, তৎক্ষণাৎ দেৱদাসৰ চকুত পৰিল। কোনো কথা নুসুধি সি বান্ধটো খুলি খোৱা আৰম্ভ কৰি ক'লে, "পাৰু, পণ্ডিতে কি ক'লে?"

জেঠাদেউৰ আগত কৈ দিছে।

দেৱদাসে হোকাটো নমাই চকু দুটা বহল কৰি ক'লে, পিতাক কৈ দিছে?

এৰা।

তাৰ পিছত!

তোমাক আৰু পঢ়াশালিলৈ যাবলৈ নিদিয়ে।

মই পঢ়িবও নোখোজোঁ।

এনেতে তাৰ খোৱাবস্তু প্ৰায শেষ হৈ আহিল, দেবদাসে পাৰ্ব্বতীৰ মুখৰ ফালে চাই ক'লে, সন্দেশ দে।

সন্দেশ তো অনা নাই।

তেনেহলে পানী দে।

পানী ক'ত পাম?

বিৰক্ত হৈ দেৱদাসে ক'লে, একোৱে নাই যদি কিয আহিছ। যা পানী লৈ আহগৈ।

তাৰ কঠুৱা মাত পাৰ্ব্বতীৰ ভাল নালাগিল, ক'লে, মই আকৌ যাব নোৱাৰো—তুমি খাই আহিবা ব'লা।

মই এতিয়া যাব পাৰোঁ নেকি?

তেনেহলে ইযাতেই থাকিবা নেকি?

ইযাতে থাকিম, তাৰ পিছত গুছি যাম।

পাৰ্ব্বতীৰ মনটো বেযা লাগিল। দেবদাসৰ বৰ্ত্তমান বিৰাগ-ভাব দেখি আৰু তাৰ কথাবাৰ্ত্তা শুনি তাইৰ চকুলো ববলৈ ধৰিলে ক'লে দেৱদা, মযো যাম।

ক'লৈ? মোৰ লগত? এহ তেনে কথাও হব পাৰে নে?

পাৰ্ব্বতীযে মুৰ জোকাৰি ক'লে, যামেই—

নহয, যাব নালাগে বাৰু—তই আগেযে পানী আলপ লৈ আহগৈ?

পাৰ্ব্বতীযে মুৰ জোকাৰি ক'লে, মই যামেই—

আগে পানী লৈ আহগৈ।

মই নাযাওঁ—তুমি তেতিযা হ'লে পলাই যাবা।

নাযাওঁ— পলাই নাযাওঁ।

পাৰ্ব্বতীয়ে কিন্তু কথাটো বিশ্বাস কৰিব নোবাৰিলে, তাই বহি থাকিল।

সি আকৌ হুকুম দিলে, যাবলৈ কৈছোঁ যা—

মই যাব নোবাৰিম।

খং কৰি দেবদাসে পাৰ্ব্বতীৰ চুলিত ধৰি টানি দাবি দি ক'লে, যাবলৈ কৈছোঁ যা।

পাৰ্ব্বতী মনে মনে থাকিল। তাৰ পিছত তাইৰ পিঠিত এটা কিল পৰিল—নাযাৱ?

পাৰ্ব্বতীয়ে কান্দি পেলালে—মই কোনোমতে নাযাওঁ।

দেৱদাস এপিনে গুচি গ'ল। পাৰ্ব্বতীও কান্দি কান্দি পোনে পোনে দেৱদাসৰ পিতাকৰ আগত আহি উপস্থিত হ'ল।

মুখাৰ্জ্জী ডাঙৰীযাই পাৰ্ব্বতীক বৰ মৰম কৰিছিল, ক'লে, পাৰু, কিয় কান্দিছ আই?

দেবদাই মাৰিছে।

ক'ত সি?

সৌ বাঁহৰ জাবৰিত বহি ধপাত খাই আছিল।

ইফালে পণ্ডিত অহাৰ সময়ৰে পৰা তেখেত খঙতে জ্বলি পকি আছিল, এতিয়া বতৰাটো পায়েই একেবাৰে অগ্নিমূৰ্ত্তি হৈ উঠিল। ক'লে, দেবই হবলা আকৌ ধপাতো খায়?

হয় খায়, দিনৌ খায়। বাঁহৰ জাবৰিত তাৰ হোকা লুকাই থোৱা আছে—

ইমান দিনে কিয় মোক কৈ দিয়া নাই ?

দেবদাই মাৰিব বুলি।

আচল কথা কিন্তু ঠিক সেইটো নহয। কৈ দিলে দেৱদাসে পিছতে শাস্তি ভোগ কৰে এই ভয়তে তাই কোনো কথা কোৱা নাই। আজি মাত্ৰ খঙৰ কোবত তাই কথাটো কৈ পেলালে। এতিয়া তাইৰ মাত্ৰ আঠ বছৰ বয়স, খং এতিয়াও খুব বেছি, কিন্তু সেই বুলি তাইৰ বুদ্ধি বিবেচনা একেবাৰে কম নাছিল। ঘৰলৈ গৈ শেতেলিত পৰি বহুপৰ কান্দি কাটি টোপনিত পৰিল, তাই ৰাতি ভাতো নাখালে।

## দ্বিতীয় পৰিচ্ছেদ

দেৱদাসক পিছদিনা খুব মাৰকিল কৰা হ'ল, গোটেই দিনটো ঘৰৰ ভিতৰত বন্ধ কৰি ৰখা হ'ল। তাৰ পিছত তাৰ মাকে যেতিয়া বৰকৈ কন্দাকটা লগালে, তেতিয়াহে তাক এৰি দিয়া হ'ল। পিছদিনা খুব ৰাতিপুৱাতে সি পলাই আহি পাৰ্ব্বতীৰ ঘৰৰ খিড়িকীৰ ওচৰত থিয় দিলে, মাত দিলে—পাৰু। আকৌ মাত দিলে—পাৰু।

পাৰ্ব্বতীয়ে খিড়িকী মেলি উত্তৰ দিলে, দেবদা।

দেৱদাসে ইঙ্গিত দি ক'লে তৎক্ষণাৎ আহ। দুয়ো লগ লগাত দেবদাসে ক'লে, ধপাত খোৱা কথা কিয় কৈ দিলি ?

তুমি মাৰিলা কিয় ?

তই কিয় পানী আনিবলৈ যোৱা নাছিলি ?

পাৰ্ব্বতী মনে মনে থাকিল। দেবদাসে ক'লে, তই মহা গাধা, আৰু যেন কৈ নিদিয়।

পাৰ্ব্বতীয়ে মূৰ জোকাৰি ক'লে, নিদিওঁ।

তেনেহলে ব'ল বৰশীৰ ছিপ কাটি আনো গৈ। আজি মথাউৰিত মাছ মাৰিব লাগিব।

বাঁহৰ জাবণিৰ ওচৰত এজোপা আত্লচ গছ আছিল, দেবদাস তাৰে ওপৰত উঠিল গৈ। বৰ কষ্টেৰে এটা বাঁহৰ আগ

হুলাই পাৰ্ব্বতীক ধৰিবলৈ দি ক'লে, চাবি, এৰি নিদিয যেন, এৰি দিলেই পৰি যাম।

পাৰ্ব্বতীয়ে প্ৰাণপণে টানি ধৰি থাকিল। দেৱদাসে সেইটো হাতেৰে ধৰি গছৰ ডাল এটাত ভৰি ৰাখি ছিপ কাটিবলৈ ধৰিলে। পাৰ্ব্বতীয়ে তলৰ পৰা ক'লে, দেবদা, পঢ়াশালিলৈ নাযাবা নে ?

নাযাওঁ।

জেঠাদেবে তোমাক পঠাই দিব।

পিতাই নিজে কৈছে মই আৰু তাত পঢ়িব নালাগে। ঘৰলৈ পণ্ডিত আহিব।

পাৰ্ব্বতী অলপ চিন্তান্বিত হৈ উঠিল। পিছত ক'লে, কালিৰ পৰা জহৰ বাবে আমাৰ পঢ়াশালি ৰাতিপুৱা বহা কৰিছে, মই এতিযাই যাম।

দেবদাসে ওপৰৰ পৰাই চকু ৰঙা কৰি ক'লে, নেলাগে, যাব নেলাগে।

এনে সময়তে পাৰ্ব্বতী অলপ অন্যমনস্ক হৈ পৰিল, হঠাৎ বাঁহৰ আগটো ওপৰলৈ উঠি গ'ল আৰু লগে লগে দেবদাস আত্‌লচৰ ডালৰ পৰা তলত পৰি গ'ল। বেছি ওখ নোহোৱা গতিকে সিমান দুখ নাপালে, কিন্তু গাৰ বহুত ঠাইত ছাল এৰাই গ'ল। তললৈ আহি দেবদাসে এডাল শুকান চেকনী তুলি লৈ খঙেৰে পাৰ্ব্বতীৰ পিঠিৰ ওপৰত, গালৰ ওপৰত য'তে ত'তে কেইটামান কোব বহাই দি ক'লে, যা, আঁতৰি যা।

প্ৰথমতে পাৰ্ব্বতী নিজেই লজ্জিত হৈ পৰিছিল, কিন্তু যেতিয়া বেতৰ পিছত বেত ক্ৰমে পৰিব ধৰিলে, তেতিয়া তাই খঙত আৰু অভিমানত চকু দুটা ৰঙা কৰি কান্দি কান্দি ক'লে, মই এতিয়াই জেঠাদেউৰ ওচৰলৈ যাওঁ—

দেবদাসে খং কৰি আৰু এক কোব বহাই দি ক'লে, যা, কৈ দে গৈ—

পাৰ্ব্বতী গুচি গ'ল। কিছুদূৰ গৈছে এনেতে দেবদাসে মাত দিলে, পাৰু ? পাৰ্ব্বতীয়ে শুনিও নুশুনা হৈ থাকিল, আৰু বেগাই যাবলৈ ধৰিলে। দেৱদাসে আকৌ মাতিলে, অ' পাৰু, শুনি যা-চোন। পাৰ্ব্বতীযে উত্তৰ নিদিলে। দেৱদাসে বিৰক্ত হৈ চিঞৰি আপোন মনে ক'লে যা'ক বাৰু, মৰক গৈ।

পাৰ্ব্বতী আঁতৰি যোৱাৰ পিছত দেবদাসে যেনেতেনেকৈ দুই এটা ছিপ কাটি ল'লে। তাৰ মনটো কেনেবা কেনেবা লাগি আছিল। পাৰ্ব্বতীযে কান্দি কান্দি ঘৰলৈ ঘূৰি আহিল। তাইৰ গালৰ ওপৰত চেকনীৰ দাগ নীলা হৈ আছে। প্ৰথমেই আইতাকৰ চকুত পৰিল। তেও চিঞৰি উঠিল, আই-ঐ, আই ঐ, কোনে এনেকৈ মাৰিলে পাৰু ?

চকুপানী মচি মচি পাৰ্ব্বতীযে ক'লে, পণ্ডিতে।

আইতাকে তাইক কোলাত লৈ খুব খং কৰি ক'লে, ব'ল এবাৰ নাৰায়ণৰ ওচৰলৈ যাওঁ, চাওঁ বাৰু সি কেনে পণ্ডিত। আহা ! মোৰ বাছাক একেবাৰে মাৰি পেলাইছে।

পাৰ্ব্বতীয়ে আইতাকৰ ডিঙিত সাবটি ধৰি ক'লে, ব'লা।

মুখাৰ্জ্জী ডাঙৰীযাৰ ওচৰলৈ আহি আইতাকে পণ্ডিত ডাঙৰীযাৰ কেবাজনো পূৰ্ব্বপুৰুষৰ উল্লেখ কৰি তেওঁলোকৰ পাৰলৌকিক অশুভ ইচ্ছা প্ৰকাশ কৰিলে আৰু থোৱাবস্তুবো তেনেকুৱা ভাল ব্যৱস্থা নকৰিলে। শেহত খোদ গোবিন্দক নানান ৰকমে গালি শপনি পাৰি ক'লে, নাৰাযণ, চোৰাঁচোন হতভগীযাৰ আস্পৰ্দ্ধা। শূদিৰ হৈ সি বামুণৰ ছোৱালীৰ গাত হাত তোলে। কেনেকৈ মাৰিছে এবাৰ চোৱাঁ। এই বুলি কৈ গালৰ ওপৰৰ দাগবিলাক বুঢীযে বৰ দুখেৰে দেখুৱাবলৈ ধৰিলে।

নাৰাযণ মুখাৰ্জ্জীযে তেতিযা পাৰ্ব্বতীকেই প্ৰশ্ন সুধিলে, কোনে মাৰিছে পাৰু ?

পাৰ্ব্বতী মনে মনে থাকিল। তেতিযা আইতাকে আৰু এবাৰ চিঞৰি ক'লে, কোনে হ'ব আৰু। সেই গোঁৱাৰ পণ্ডিত-টোৱে।

কোনে মাৰিলে ?

পাৰ্ব্বতীয়ে এইবাৰো কথা নকলে। মুখাৰ্জ্জী ডাঙৰীযাই বুজিলে, কিবা দোষ কৰাৰ বাবেই কোব খাইছে, কিন্তু এনেকৈ মৰা উচিত হোৱা নাই, মুখেৰে সেই কথাই ক'লে। সেই কথা শুনি পাৰ্ব্বতীয়ে পিঠিখন খুলি ক'লে, ইযাতো মাৰিছে।

পিঠিৰ দাগবিলাক আৰু সুস্পষ্ট, আৰু গুৰুতৰ। সেইবাবে দুয়োজনে অত্যন্ত ক্ৰুদ্ধ হৈ উঠিল। পণ্ডিতক মাতি আনি কৈফিয়ৎ তলব কৰিব, মুখাৰ্জ্জি ডাঙৰীযাই এনেকুৱা মতো প্ৰকাশ

কৰিলে, বোলে, এনেকুৱা পণ্ডিতৰ ওচৰলৈ ল'ৰা-ছোৱালী পঠোৱা উচিত নহয়।

তেওঁলোকৰ ৰায় শুনি পাৰ্ব্বতীয়ে আনন্দিত হৈ আইতাকৰ কোলাত উঠি ঘৰলৈ উভতি আহিল। ঘৰলৈ অহাৰ লগে লগেই তাই মাকৰ জেৰাত পৰিল। তেখেতে জোৰকৈ সুধিলে, কিয় মাৰিছে ক।

পাৰ্ব্বতীয়ে ক'লে, এনেয়ে মাৰিছে।

মাকে খুবকৈ ছোৱালীৰ কাণ মলি দি ক'লে, মিছাকৈ কোনোবাই কেতিয়াবা মাৰে নে ?

পৰ্কী ঘৰেদি সেই সময়ত শাহুবেক গৈ আছিল, তেওঁ ঘৰৰ চোতালৰ ওচৰলৈ আহি ক'লে, বোৱাৰী, তুমি মাক হৈ যদি এনেয়ে মাৰিব পাৰা, সি পোৰামুখীয়াই কিয় নোৱাৰিব ?

বোৱাৰীয়েকে উত্তৰ দিলে, এনেয়ে কেতিয়াও নামাৰে। যিহে শান্ত শিষ্ট ছোৱালী—কিবা জগৰ লগাইছে, সেইবাবে কোব খাইছে।

শাহুবেকে বেজাৰ পাই ক'লে, ভাল, সেয়ে বাৰু হ'ল, কিন্তু তাইক আৰু পঢ়াশালিলৈ যাব দিয়া নহয়।

অলপ লিখা পঢ়াও নিশিকিব নে ?

কি হব বোৱাৰী ? দুই এখন চিঠি লিখিব পাৰিলে, দুই—চাৰি শাৰী ৰামায়ণ মহাভাৰত পঢ়িবলৈ শিকিলেই যথেষ্ট। পাছে তোমাৰ জজগিৰি কৰিব নে উকিল হব ?

বোৱাৰীয়ে উপায় নাপাই মনে মনে ৰ'ল। সেইদিনা

দেবদাসে খুব ভযে ভযে ঘৰত সোমাল। পাৰ্ব্বতীযে যে ইযাৰ ভিতৰতে আটাইবোৰ কথা কৈ দিছে সেই বিষযে তাৰ আৰু অলপো সন্দেহ নাছিল, কিন্তু ঘৰলৈ আহি যেতিযা সেই বিষযে অলপো আভাস নাপালে, বৰং মাকৰ মুখৰ পৰা শুনিবলৈ পালে আজি গোবিন্দ পণ্ডিতে পাৰ্ব্বতীকো খুবকৈ মাৰিছে, তাই আৰু সেই পঢাশালিলৈ নাযাব, তেতিযা আনন্দৰ আধিক্যত তাৰ ভালকৈ ভাত খোৱাই নহ'ল, কোনোমতে নাকে মুখে কেইটামান গুজি থৈ পাৰ্ব্বতীৰ ওচৰলৈ লৰি আহি ফোপাই জোপাই ক'লে তই পঢাশালিলৈ আৰু নাযাব নেকি?

নাযাওঁ।

কেনেকৈ হ'ল অ'?

মই পণ্ডিতে মৰা বুলি কৈছো।

দেবদাসে এমোকোৰা হাঁহি তাইৰ পিঠিত টোকৰ দি, মত প্ৰকাশ কৰিলে বোলে তাইৰ নিচিনা বুদ্ধিমতী এই পৃথিবীত আৰু নাই। তাৰ পিছত সি লাহে লাহে পাৰ্ব্বতীৰ গাৰ নীলা দাগবোৰ সযত্নে পৰীক্ষা কৰি নিশ্বাস পেলাই ক'লে, আহা।

পাৰ্ব্বতীযে অলপ হাঁহি তাৰ মুখৰ ফালে চাই ক'লে, কি?

বৰ দুখ পাইছ নহয পাৰু?

পাৰ্ব্বতীযে ঘাৰ লৰাই ক'লে, ওঁ।

আহা, কিয় এনে কৰ, সেই বাবে খংউঠে, সেই কাৰণে মাৰোঁ।

পাৰ্ব্বতীৰ চকুলো ওলাল, মনে মনে ভাবিলে, সুধিব, কি কৰিম? কিন্তু নোৱাৰিলে।

দেবদাসে তাইৰ মূৰত হাত থৈ ক'লে আৰু তেনে নকৰিবি দেই, কি কব?

পাৰ্ব্বতীয়ে মূৰ জোকাৰি ক লে, নকৰোঁ।

দেৱদাসে আৰু এবাৰ তাইৰ পিঠিত টোকৰ দি ক'লে, ভাল, আৰু কেতিয়াও তোক মই নামাৰোঁ।

## তৃতীয় পৰিচ্ছেদ

দিনৰ পিছত দিন যায , এই দুটা ল'ৰা ছোৱালীৰ আনন্দৰ সীমা নাই। গোটেই দিনটো ৰ'দে ব'দে ঘূৰি ফুৰে গধূলি পবত ঘূৰি আহি মাৰকিলও খায, আকৌ ৰাতিপুৱা লৰি পলাই যায, আকৌ গালি-শপনি, মাৰ-কিল খাবলগীয়া হয। ৰাতি নিশ্চিন্ত ভাবে নিৰুদ্বেগে টোপনি যায, আকৌ ৰাতি পুবায, আকৌ পলাই গৈ খেলি ফুৰে। আন লগ-লগৰীয়া বিশেষ কোনো নাই, প্ৰয়োজনো নহয। চুবুৰিটোত অত্যাচাৰ উপদ্ৰৱ কৰি ফুৰিবলৈ এই দুইজনেই যথেষ্ট। সেইদিনা সূৰ্য্যোদযৰ অলপ পিছতেই দুযো মাথাউৰিত গৈ না'মছিল। ঠিক দুপৰীয়া চকু ৰঙা কৰি গোটেই পানী ঘোলা কৰি পোন্ধৰটা পুঠী মাছ ধৰি যোগ্যতা মতে ভাগ কৰি লৈ ঘৰলৈ ঘূৰি আহিল। পাৰ্ব্বতীৰ মাকে ছোৱালীক ভালমতে কোব দি ঘৰত বন্ধ কৰি ৰাখিলে। দেববাসৰ কথা ঠিক নাজানো কিযনো সেইবোৰ ঘটনা সি কোনোমতে প্ৰকাশ হবলৈ নিদিযে। পিছে পাৰ্ব্বতীযে যেতিযা ঘৰত বহি থুবকৈ কান্দি আছিল, তেতিযা বেলা দুই কি আঢৈ বাজিছে, এবাৰ খিড়িকীৰ তললৈ আহি দেৱই খুব লাহে কৈ মাতিলে, পাৰু অ পাৰু। পাৰ্ব্বতীযে বোধ কৰোঁ শুনিবলৈ পাইছিল, কিন্তু খং কৰি উত্তৰ দিয়া নাছিল।

তাৰ পিছত গোটেই দিনটো সি ওচৰৰ এজোপা চম্পাগছত বহি কটাই দিলে, আৰু গধূলিৰ পিছত বহুত কষ্ট কৰিহে ধৰ্ম্মদাসে তাক নমাই আনিব পাৰিছিল।

কিন্তু সেই দিনটো মাত্ৰ। পিছদিনা পাৰ্ব্বতীয়ে ৰাতিপুৱাৰ পৰাই দেবদাৰ্লৈ বাট চাই উদ্‌গ্ৰীৱ হৈ থাকিল, কিন্তু দেৱদাস নাহিল। সি পিতাকৰ লগত ওচৰৰ গাঁৱঁলৈ নিমন্ত্ৰণ খাবলৈ গৈছিল। দেবদাস যেতিয়া নাহিল, পাৰ্ব্বতীয়ে তেতিয়া বেজাৰ মনেৰে অকলেই ঘৰৰ পৰা ওলাই আহিল্। কালি মাথাউৰিত নামিবৰ সময়ত দেবদাসে তিনিটা টকা পাৰ্ব্বতীক থবলৈ দিছিল— —পাচে হেৰাই যায়। কাপোৰৰ মূৰত সেই টকা তিনটা বন্ধা আছিল। তাই আঁচলৰ মূৰটো ঘূৰাই-পকাই বহুপৰ অকলে কটাই দিলে। লগৰীয়া কাকো নাপালে, কিযনো তেতিয়া ৰাতিপুৱা পঢ়াশালি বহে। পাৰ্ব্বতী তাৰ পিচত ওচৰৰ চুবুৰিলৈ গ'ল। তাত মনোৰমাহঁতৰ ঘৰ। মনোৰমাই পঢ়াশালিত পঢ়ে, বয়সত অলপ ডাঙৰ, কিন্তু পাৰুৰ বন্ধু। বহুদিন দেখাশুনা হোৱা নাই। আজি সময় পাই পাৰ্ব্বতীয়ে সেই চুবুৰিত তেওঁলোকৰ ঘৰত সোমাই মাত দিলে, মনো, ঘৰত আছ নে?

মনোৰমাৰ পেহীহেকে ওলাই আহিল।

পাৰু নে কি?

হয়, মনো ক'ত পেহীদেউ?

তাই পঢ়াশালিলৈ গৈছে—তুমি যোৱা নাই?

মই পঢ়াশালিলৈ নাযাওঁ—দেৱদাও নাযায়।

মনোৰমাৰ পেহীযেকে হাঁহি কলে, তেনেহলে তো ভাল কথাই। তুমিও নোযোৱা, দেবদাও নাযায ?

নাযাওঁ। আমি কোনোবে নাযাওঁ।

তেন্তে ভাল কথাই, কিন্তু মনো পঢাশলিলৈ গৈছে।

পেহীদেৱেকে বহিবলৈ ক'লে, কিন্তু পাৰ্ব্বতী ঘূৰি আহিল। বাটত ৰসিক পালৰ দোকানৰ ওচৰত তিনিজনী বৈষ্ণৱীযে ফোঁট মাৰি খঞ্জৰী বজাই ভিক্ষা মাগিবলৈ ওলাইছিল, পাৰ্ব্বতীযে তেওঁ-লোকক মাত দি ক'লে, অ, বৈষ্ণবী, তোমালোকে গান গাব জানা ?

এজনীযে ঘূৰি চালে—নেজানিম কিয আইকণ ?

তেনেহলে গোৱাচোন। তেতিযা তিনিওজনীযে ঘূৰি থিয দিলে। এজনীযে ক'লে, শুদাই জানো গাব পাৰি মাই, ভিক্ষা দিব লাগে। ব'লা তোমালোকৰ ঘৰলৈ গৈ গাম।

নহয, ইযাতে গোৱাঁ।

পইচা যে দিব লাগিব আইকণ'

পাৰ্ব্বতীযে শাৰীৰ মূৰটো দেখুৱাই ক'লে, পইচা নাই—টকা আছে।

শাৰীৰ মূৰত বন্ধা টকা দেখি তেওঁলোকে দোকান খনৰ পৰা অলপ দূৰত গৈ বহিল। তাৰ পিছত খঞ্জৰী বজাই তিনিও-জনীযে সুৰ মিলাই গাবলৈ ধৰিলে। কিনো গান গালে, কি তাৰ অৰ্থ, পাৰ্ব্বতীযে সেইবোৰ একোকে নুবুজিলে। ইচ্ছা কৰিলে হযতো বুজিব নোবাৰিলেহেতেন। কিন্তু সেই নিমিষত তাইৰ মনটো দেৱদাৰ ওচৰলৈ লৰি গৈছিল।

গান শেষ কৰি তেওঁলোকে ক'লে, ক'তা, কি ভিক্ষা দিবা দিযাচোন আইকণ।

পাৰ্ব্বতীয়ে শাৰীৰ মূৰৰ বান্ধটো খুলি টকা তিনিটা তেওঁলোকৰ হাতত দিলে। তিনিওজনীয়ে অবাক হৈ তাইৰ মুখৰফালে কিছুপৰ চাই ৰ'ল।

এজনীয়ে ক'লে, কাৰ টকা আইকণ?

দেবদাৰ।

তেওঁ তোমাক নামাৰিব জানো?

পাৰ্ব্বতীয়ে অলপ পৰ ভাবি ক'লে, নামাৰে।

এজনীয়ে ক'লে, বহুদিন জীযাই থাকা মাই।

পাৰ্ব্বতীয়ে হাঁহি মাৰি ক'লে, তোমালোকৰ তিনিওৰে ভালকৈ ভাগত মিলিছে, নহয জানো?

তিনিও মূৰ ডুপিযাই ক'লে, এৰা মিলিছে। ৰাধাৰাণীয়ে তোমাৰ মঙ্গল কৰক। এই বুলি তেওঁলোকে আন্তৰিক আশীৰ্ব্বাদ দি গ'ল, যেন দান পৰাযণা সৰু ছোৱালীজনীয়ে শাস্তি ভোগ নকৰে। পাৰ্ব্বতীয়ে সেইদিনাখন কিছু আগতে ঘৰলৈ ঘূৰি আহিল, পিছদিনা ৰাতিপুৱাই দেবদাসৰ লগত সাক্ষাৎ হ'ল, তাৰ হাতত আছিল এটি উৰা কিন্তু চিলা নাই, সেইখন কিনিব লাগিব। পাৰ্ব্বতীক তাৰ ওচৰত পাই ক'লে, পাৰু টকা দে।

পাৰ্ব্বতীৰ মুখ শুকাই গ'ল, ক'লে টকা নাই।

কি হ'ল?

বৈষ্ণবীহঁতক দি দিছোঁ। তেওঁলোকে গান গাইছিল।

আটাইবোৰ দি দিছ ?

আটাইবোৰ। তিনটা টকাইতো আছিল মাত্ৰ।

দূৰ আঁকবি গোটেইবোৰনো দিব লাগে নে ?

বাঃ! তেওঁলোক যে তিনিজনী আছিল! তিনি টকা নিদিলে তিনিজনীৰ কেনেকৈ ভাগত মিলে ?

দেবদাসে গম্ভীৰ হৈ ক'লে, মই হলে দু'টকাহে দিলোঁহেতেন, এই বুলি সি উঘাব মাৰিবে মাটিৰ ওপৰত আচ দি কলে, তেনে হলে প্ৰত্যেকে দহ আনা, তেৰ গণ্ডা, এক কড়া, এক ক্ৰান্তি কৰি ভাগত পালেহেতেন।

পাৰ্ব্বতীযে অলপ ভাবি ক'লে, বৈষ্ণবী হঁতে জানো তোমাৰ দৰে অঙ্ক কৰিব পাৰে ?

দেবদাসে মোণকষা পৰ্য্যন্ত শিকিছিল, পাৰ্ব্বতীৰ কথাখিনিত আনন্দিত হৈ ক'লে, এবা, হযতো!

পাৰ্ব্বতীযে দেবদাসৰ হাতত ধৰি ক'লে, মই ভাবিছিলোঁ। তুমি মোক মাৰিবা দেবদা।

দেবদাস আচৰিত হ'ল—মাৰিম কিয ?

বৈষ্ণবী কেইজনীযে কৈছিল, তুমি মোক মাৰিবা।

তাইৰ কথা শুনি দেবদাসে অত্যন্ত আনন্দিত হৈ পাৰ্ব্বতীৰ কান্ধৰ ওপৰত ভৰ দি কলে, কি যে কব, দোষ নকৰিলে মই মাৰোঁনে ?

দেবদাসে বোধকৰো ভাবিছিল, পাৰ্ব্বতীৰ এই কামটো তাৰ 'পেনাল কোড'ৰ ভিতৰত নপৰে, কিয়নো তিনিটকা তিনজনীয়ে

ভালকৈ ভাগ কৰি লব পাৰিছে। বিশেষকৈ যি বৈষ্ণবীবিলাকে পঢ়াশালিত মোণকষা পৰ্য্যন্ত পঢ়া নাই, সিহঁতক তিন টকাৰ সলনি দু'টাকা দিলে সিহঁতৰ প্ৰতি কিছু অবিচাৰ কৰা হ'ল-হেঁতেন। তাৰ পিছত সি পাৰ্ব্বতীৰ হাতত ধৰি চিলা কিনিবলৈ সৰু বজাৰৰ ফালে গ'ল। উঘাটো তাতেই এটা জোপৰ মাজত লুকাই থলে।

## চতুৰ্থ পৰিচ্ছেদ

এনে দৰেই এটি বছৰ গ'ল, কিন্তু আৰু যাব নোখোজে। দেবদাসৰ মাকে খুব আপত্তি কৰিব ধৰিলে। গিৰিযেকক মাতি ক'লে দেব যে মূৰ্খ চহা হৈ গ'ল, যিহয় এটা উপায় কৰা।

তেওঁ ভাবিচিন্তি ক'লে, দেৱ কলিকতালৈ যাওক। নগেনৰ ঘৰতে থাকি ভালমতে পঢ়াশুনা কৰিব পাৰিব।

নগেন সম্বন্ধত দেবদাসৰ মোমাযেক। কথাটো সকলোৱে শুনিলে। পাৰ্ব্বতীয়ে শুনি ভয় খালে। দেবদাসক অকলে পাই তাৰ হাতত ধৰি ওলমি ওলমি ক'লে, দেবদা, তুমি হবলা কলিকতালৈ যাবা?

কোনে ক'লে?

জেঠাদেৱে কৈছে।

ধেৎ—মই কোনোমতে নাযাওঁ।

যদি জোৰ কৰি পঠাই দিযে?

জোৰ-?

দেবদাসে এই সময়ত এনে এটা মুখৰ ভাব দেখুৱালে, যাৰ দ্বাৰাই পাৰ্ব্বতীয়ে ভালকৈ বুজিলে যে জোৰ কৰি কোনো কাম তাৰ হতুৱাই কৰাবলৈ এই পৃথিবীত কোনো নাই। তাযো সেইটোকে বিচাৰে। এতেকে অতিশয আনন্দত আৰু এবাৰ

তাৰ হাতখনত ধৰি আৰু এবাৰ ওলমি ইফাল-সিফাল কৰি মুখৰ ফালে চাই, হাঁহি ক'লে, চাবা, যেন নোযোবা দেৱদা।

কেতিয়াও নাযাওঁ।

এই প্ৰতিজ্ঞা কিন্তু তাৰ নৰ'ল। তাৰ পিতাকে ৰীতিমতে বকাবকি কৰি, আনকি তিৰস্কাৰ আৰু প্ৰহাৰ কৰি ধৰ্ম্মদাসক লগত দি তাক কলিকতালৈ পঠাই দিলে। যাবৰ দিনা দেবদাসে মনত বৰ দুখ অনুভব কৰিলে, নতুন ঠাইলৈ যাব বুলি তাৰ অকণো কৌতুহল বা আনন্দ নহ'ল। পাৰ্ব্বতীয়ে সেইদিনা তাক কোনোমতে এৰিব নোখোজে। কিমান কন্দ কটা কৰিলে, কিন্তু কোনে তাইৰ কথা শুনিব? প্ৰথমতে অভিমানত কিছুপৰ দেবদাসৰ লগত কথা নকলে, কিন্তু শেষত যেতিয়া দেবদাসে মাত দি ক'লে, পাৰু আকৌ সোনকালে আহিম, যদি পঠাই নিদিয়ে তেনেহলে পলাই আহিম।

তেতিয়া পাৰ্ব্বতীয়ে প্ৰকৃতিস্থ হৈ নিজৰ ক্ষুদ্ৰ হৃদয়ৰ বহুতো কথা কৈ শুনালে। তাৰ পিছত ঘোঁৰাৰ গাড়ীত উঠি ট্ৰাঙ্কটো লৈ দেবদাসে মাকৰ আশীৰ্ব্বাদ আৰু চকুৰ পানীৰ শেষ বিন্দুটো কপালত ফোটৰ দৰে লৈ গুচি গ'ল।

তেতিয়া পাৰ্ব্বতীৰ কিমান দুখ হ'ল, কিমান চকুলোৰ ধাৰ গালৰ ওপৰেদি বৈ গৈ তলত পৰিব ধৰিলে, কি যে অভিমানত তাইৰ বুকু ফাটিব ধৰিলে। প্ৰথম কেইদিমান তাইৰ এইভাবে গ'ল। তাৰ পিছত হঠাৎ এদিনাখন ৰাতিপুৱা উঠি দেখিলে, গোটেইটো দিনৰ বাবে তাইৰ একোকে কৰিবৰ নাই। ইতি-

পূৰ্ব্বে পঢাশালি এৰিবৰ পৰা পুবাৰ পৰা গধূলিলৈ মাত্ৰ গোলমাল আৰু হুযুগ'ত দিনটো পাৰ হৈ গৈছিল, কিমান কিযে তাইৰ কৰিবলৈ আছিল, মাত্ৰ সময় কৰিব নোবাৰিছিল। এতিয়া সময় বহুতো কিন্তু অলপমানো কাম বিচাৰি নাপায়। ৰাতিপুৱা উঠি কোনোবা দিনা চিঠি লিখিবলৈ বহে। বেলা দহ বাজি যায মাক বিৰক্ত হৈ উঠে, আইতাকে শুনি কয, ভাল, লিখক বাৰু। ৰাতি পুৱা লৰা-ধপৰা নকৰি লিখা পঢা কৰা ভাল।

আকৌ যিদিনা দেবদাসৰ চিঠি আহে, সেই দিনটো পাৰ্ব্বতীৰ বৰ সুখৰ দিন থটখটিৰ সমুখত চৌকাঠৰ ওপৰত চিঠিখন হাতত লৈ গোটেই দিনটো তাকেই পঢি থাকে। এইদৰে প্ৰায দু'মাহমান অতিবাহিত হৈ গ'ল। চিঠি লিখা আৰু পোৱা আৰু সিমান ঘন নহয, উৎসাহটো যেন কিছু কিছু কমি আহিছে।

এদিনাখন পাৰ্ব্বতীযে ৰাতিপুৱাই মাকক ক'লে, আই, মই আকৌ পঢাশালিলৈ যাম।

কিয ?

তেওঁ অলপ আচৰিত হৈছিল। পাৰ্ব্বতীয়ে ঘাৰ লৰাই ক'লে, মই নিশ্চয যাম।

বাৰু যাবি। পঢাশালিলৈ যাবলৈ মই তোক কোনদিনা হাক দিছো, আই ?

সেইদিনা দুপৰীয়া পাৰ্ব্বতীযে দাসীৰ হাতত ধৰি, বহুদিন এৰি থোৱা ফলি আৰু কিতাপখন বিচাৰি উলিযাই, সেই পুৰণি ঠাইলৈ গৈ শান্ত আৰু ধীৰ ভাবে বহিল গৈ।

দাসীয়ে ব'লে, গুৰুদেউ, পাৰুক আৰু মাৰকিল নকৰিব, আপোন ইচ্ছাত পঢ়িবলৈ আহিছে। যেতিয়া তাইৰ ইচ্ছা হ'ব পঢ়িব, যেতিয়া নহব ঘৰলৈ যাব।

পণ্ডিত ডাঙৰীযাই মনে মনে ক'লে, তথাস্তু।

মুখত ফুটাই ক'লে, সেয়ে হব।

এবাৰ তেওঁৰ ইচ্ছাও হৈছিল, যেন সুধিব, পাৰ্ব্বতীকো কিয় কলিকতালৈ পঠাই দিয়া ন'হল? কিন্তু সেই কথা নকলে। পাৰ্ব্বতীয়ে দেখিলে, সেই ঠাইত সেই বেঞ্চখনৰ ওপৰতে চৰ্দ্দাৰ ছাত্ৰ ভুলু বহি আছে। তাক দেখিয়েই তাইৰ প্ৰথমতে হাঁহি উঠিবৰ উপক্ৰম হ'ল, কিন্তু পিছমুহূৰ্ত্ততে চকু চলচলীয়া হৈ উঠিল। তাৰ পিছত ভুলুৰ ওপৰত তাইৰ বৰ খং উঠিল। মনত ভাব হ'ল যেন সিয়েই দেৱদাসক গৃহত্যাগী কৰিছে। এই ভাবেই বহুদিন অতিবাহিত হ'ল।

বহুদিনৰ পিছত দেবদাস ঘৰলৈ উলটি আহিল। পাৰ্ব্বতী ওচৰলৈ লৰি আহিল—বহুতো কথাবাৰ্ত্তা হ'ল। তাইৰ ক'বৰ বেছি একো নাছিল, থাকিলেও ক'ব নোবাৰিলে, কিন্তু দেৱদাসে বহুকথা ক'লে। সকলোবোৰ প্ৰায় কলিকতাৰ কথা। তাৰ কিছুদিন পিছত জহৰ বন্ধ শেষ হ'ল। দেবদাস আকৌ কলিকতালৈ গ'ল। ইবাৰো কন্দাকটা কিছু হ'ল অবশ্যে, কিন্তু সিবাৰৰ দৰে তাত সিমান গভীৰতা নাই। এনেকৈ চাৰি বছৰ পাৰহৈ গ'ল। এই কেইবছৰত দেবদাসৰ স্বভাৱৰ এনেকুৱা পৰিবৰ্ত্তন হৈছে যে সেই কথা দেখি পাৰ্ব্বতীয়ে গোপনে কান্দি কান্দি বহুবাৰ চকুলো

মচিলে। ইতিপূৰ্ব্বে দেবদাসৰ যিবোৰ গাঁবলীয়া দোষ আছিল চহৰত বাস কৰাৰ ফলত সেইবোৰ আৰু একেবাৰে নাই। এতিয়া বিলাতী জোতা, ভাল চোলা, ভাল কাপোৰ, লাঠি, সোণৰ ঘৰি চেইন, বুতাম—এইবোৰ নহলে বৰ লাজ লাগে। গাঁৱঁত নৈৰ পাৰত ফুৰিবলৈ আৰু হেপাহ নহয়, বৰং তাৰ সলনি বন্দুক হাতত লৈ চিকাৰ কৰিবলৈ যোৱাতেই আনন্দ পায়। অকণমান পুঠিমাছ ধৰাৰ সল'নি ডাঙৰ মাছ ধৰিবলৈ ইচ্ছা যায়। অকল সেযে নহয়। সমাজৰ কথা, ৰাজনীতি চৰ্চ্চা, ক্রিকেট ফুটবলৰ আলোচনা। হায়। ক'ত সেই পাৰ্ব্বতী আৰু সিহঁতৰ সেই তালসোণাপুৰ গাঁও। বাল্যস্মৃতি জড়িত তুটি এটি মুখৰ কথা যে এতিয়া আৰু তাৰ মনত নপৰে তেনে নহয়, কিন্তু নানাবিধ কামৰ হেঁচাত সেইবোৰ আৰু বেছি পৰ হৃদয়ত ঠাই নাপায়। আকৌ গৰমৰ বন্ধ হ'ল। যোৱাবছৰ গৰমৰ বন্ধত দেৱদাস বিদেশলৈ ফুৰিব লৈ গৈছিল, ঘৰলৈ অহা নাই। এইবাৰ মাক পিতাক তুয়ো বৰকৈ জোৰ কৰি চিঠি লিখিছে সেই বাবে ইচ্ছা নাথাকিলেও দেৱদাসে বিছানা পত্ৰ বান্ধি তালসোণাপুৰ গাঁৱৰ উদ্দেশ্যে হাওড়া ষ্টেছনত উপস্থিত হ'ল। যিদিনা সি ঘৰলৈ আহিল তাৰ গা সিমান ভাল নাছিল, সেই বাবে বাহিৰ হব নোৱাৰিলে। পিছদিনা পাৰ্ব্বতীহঁতৰ ঘৰলৈ আহি মাত দিলে, খুৰী ?

পাৰ্ব্বতীৰ মাকে আদৰেৰে মাত দিলে, আহা বোপা, বহাঁ।

খুৰীযেকৰ লগত অলপ সময় কথাবতৰা হোৱাৰ পিছত দেবদাসে সুধিলে, পাৰু ক'ত খুৰী ?

ওপৰৰ কোঠাত আছে হবলা।

দেৱদাসে ওপৰলৈ আহি দেখিলে, পাৰ্ব্বতীয়ে সন্ধিয়াৰ চাকি দিছে, মাত দিলে, পাৰু।

প্ৰথমতে পাৰ্ব্বতী চমক খাই উঠিল, তাৰ পিছত প্ৰণাম কৰি আঁতৰি থিয় দিলে।

কি হৈছে পাৰু?

সেইকথা আৰু ক'বৰ প্ৰযোজন নাই। সেইবাবে পাৰ্ব্বতী মনে মনে থাকিল। তাৰ পিছত দেৱদাসৰ লাজভাব আহিল ক'লে, যাওঁ, গধূলি হ'ল গাটোও ভাল নহয।

দেৱদাস গুচি গ'ল।

## পঞ্চম পৰিচ্ছেদ

পাৰ্ব্বতীয়ে এতিয়া তেৰ বছৰত ভৰি দিছে—আইতাকে এই বুলি কয়। এই বয়সত শাৰীৰিক সৌন্দৰ্য্য হঠাৎ যেন ৰ ৰ পৰা লৰি আহি কিশোৰীৰ গোটেই গা ঢাকি পেলায়। আত্মীয় স্বজনে হঠাৎ এমনি চমকি উঠি দেখিবলৈ পায় যে, তেওঁলোকৰ অকণমানী ছোৱালীজনী ডাঙৰ হৈছে। তেতিয়া দৰা বিচাৰি ছোৱালী গতাবলৈ খুব খৰধৰ লগায়। চক্ৰবৰ্তীৰ ঘৰত আজি কেইবাদিনৰ পৰাই সেই কথাৰ আলোচনা হৈছে। মাক বৰ বিষণ্ন, কথাই কথাই গিৰিয়েকক শুনাই কয়, সেগেতো পাৰুকতো আৰু ৰাখিব নোৱাৰি। তেওঁলোক ডাঙৰ মানুহ নহয়, কিন্তু এই খিনিয়ে ভৰসা যে ছোৱালীজনী বৰ ধুনীয়া। পৃথিবীত যদি ৰূপৰ মৰ্য্যাদা আছে তেনেহলে পাৰ্ব্বতীৰ কাৰণে ভাবিব নালাগে। আৰু এটা কথা আছে—সেইটো ইয়াতেই কৈ থওঁ। চক্ৰবৰ্ত্তী পৰিয়ালৰ ইয়াৰ আগতে ছোৱালীৰ বিয়াৰ বাবে অলপো চিন্তা কৰিব নালাগিছিল লৰাৰ বিয়াত লাগিছিল। ছোৱালীৰ বিয়াত পণ গ্ৰহণ কৰিছিল আৰু লৰাৰ বিয়াত পণ দি ছোৱালী ঘৰলৈ আনিছিল। নীলকণ্ঠৰ পিতাকেও তেওঁৰ ছোৱালীৰ বিয়াত টকা লৈছিল, কিন্তু নীলকণ্ঠই নিজে এই প্ৰথাটো ঘৃণা কৰিছিল। তেওঁৰ মুঠেই ইচ্ছা নাছিল যে, পাৰ্ব্বতীক বিক্ৰি কৰি টকা লয়। পাৰ্ব্বতীৰ মাকে এই কথা জানিছিল, সেই কাৰণে গীৰিয়েকক ছোৱালীৰ কাৰণে তাগিদা দি

আছিল। ইযাৰ আগতে পাৰ্ব্বতীৰ মাকে মনে মনে এটা ত্বৰাশা পোষণ কৰিছিল, ভাবিছিল, দেৱদাসৰ লগত যদি কোনো সূত্ৰত ছোৱালীৰ বিয়াখন ঘটাব পাৰে। এই আশা যে একেবাৰে অসম্ভৱ সেইটো ভবা নাই। ভাবিলে, দেবদাসক অনুৰোধ কৰিলে খুব সম্ভৱ এটা দিহা লাগিব পাৰে। সেইবাবেই বোধ কৰো নীলকণ্ঠৰ মাকে কথাই কথাই দেবদাসৰ মাকৰ ওচৰত কথাটো এইভাবে উলিযাইছিল—আহা, বোবাৰী, দেবদাস আৰু আমাৰ পাৰুৰ মাজত কেনে মিলা প্ৰীতি? এনেকুৱা ক'তা, ক'তো তো দেখিবলৈ পোৱা নাযায।

দেবদাসৰ মাকে ক'লে, সেইটো কিয নহব খুৰী···তুইজনে ভাই ভনীৰ দৰেই যে একেলগে মানুহ হৈ আহিছে।

হয, আই, হয, সেই কাৰণেইতো ভাব হয, যদি তুযো জনৰ —এইটোৱে নোচোৱা কিয বোবাৰী, দেৱদাস যেতিযা কলিকতালৈ গ'ল, আইকণ তেতিযা মাত্ৰ আঠ বছৰীযা, সেই বযসতেই তাই কথাবোৰ ভাবি ভাবি যেন কি হৈ গ'ল। দেবদাসৰ এখন চিঠি আহিলে সেইখন যেন তাইৰ একেবাৰে জপৰ মালা হৈ উঠিছিল। আমি সকলোৱে সেইটো জানো।

দেৱদাসৰ মাকে মনে মনে সকলো কথা বুজিলে। অলপ হাঁহিলে। এই হাঁহিত বিদ্ৰূপ কিমানখিনি লুকাই আছিল নাজানো, কিন্তু বেদনা বহুতখিনি আছিল। তেখেতেও সকলো কথা জানিছিল, পাৰ্ব্বতীক ভাল পাইছিল। কিন্তু বেচা-কিনা ঘৰৰ ছোৱালী যে। তাৰ উপৰি আকৌ ঘৰৰ কাষতে মিতিৰ?

ছি ছি। ক'লে, খুৰী তেখেতৰ মুঠেই ইচ্ছা নাই যে এই ল'ৰা বয়সত বিশেষকৈ পঢ়াশুনাৰ সময়ত দেবদাসৰ বিয়া পাতে। সেই বাবে তো মোক এতিয়াও কয়, ডাঙৰ ল'ৰা দ্বিজদাসৰ ল'ৰাবয়সতে বিয়াখন পাতি কি সৰ্ব্বনাশটোকে কৰিলে। লিখাপঢ়া একেবাৰেই ন'হল।

পাৰ্ব্বতীৰ আইতাক একেবাৰে হতবুদ্ধি হৈ পৰিল। তথাপি ক'লে, সেইবোৰতো সকলো জানো বোবাৰী, কিন্তু কোনে নাজানে, পাৰু আদৰুৱা ছোৱালী, অলপ এনেযেও বাঢ়িছে, আৰু গঢ়টোও বাঢ়নীয়া, সেইবাবেহে—সেইবাবেহে—যদি নাৰায়ণৰ অমত—

দেবদাসৰ মাকে তেখেতৰ কথাত বাধা দিলে, ক'লে, নহয় খুৰী—এই কথা মই তেখেতক কব নোৱাৰিম। এই সময়ত দেবদাসৰ বিয়াৰ কথা উলিয়ালে তেখেতে জানো মোৰ মুখলৈ চাব।

কথাটো ইয়াতেই তল পৰি গ'ল। কিন্তু তিৰোতা মানুহৰ পেটত কথা নাথাকে। দেবদাসৰ মাকে গিৰিয়েকৰ খাবৰ সময়ত কথাটো উলিয়াই ক'লে, পাৰুৰ আইতাকে আজি তাইৰ বিয়াৰ কথা উলিয়াইছিল।

তেখেতে মুখখন তুলিলে, ক'লে, এৰা, পাৰুৰ বয়স হৈছে, সোনকালে বিয়া দিয়া উচিত।

সেইবাবেইতো আজি কথাটো তুলিছিল। ক'লে, দেবদাসৰ লগত যদি—

গিৰিয়েকে কপাল কোঁচালে—তুমি কি ক'লা?

মই আৰু কি ক'ম ? দুয়োজনৰ খুব মিলা-প্ৰীতি, কিন্তু সেই বুলিয়ে জানো বেচা-কিনা চক্ৰবৰ্ত্তী ঘৰৰ ছোৱালী আনিব পাৰি। তাতে আকৌ ঘৰৰ ওচৰতে মিতিৰ—ছিঃ, ছিঃ ?

দেউতাক সন্তুষ্ট হ'ল , ক'লে, ঠিক সেয়ে। কুলমৰ্য্যাদাও নষ্ট কৰিম নে ? এইবোৰ কথালৈ কাণ নিদিবা।

ঘৈণীযেকে এটা কাঠ হাঁহি মাৰি ক'লে, নিদিওঁ, মই কাণ নিদিওঁ, কিন্তু তুমিও যেন পাহৰি নোযোবা।

তেখেতে গম্ভীৰ মুখে ভাতৰ গৰাহ তুলি লৈ ক'লে, তেনেহলে ইমান ডাঙৰ জমিদাৰী কেতিযাবাই নাইকিযা হ'লহেঁতেন।

জমিদাৰী তেখেতৰ চিৰদিনেই থাকক, তাত আপত্তি নাই , কিন্তু পাৰ্ব্বতীৰ দুখৰ কথাটো কওঁ। যেতিযা এই প্ৰস্তাবটো নিতান্ত অগ্ৰাহ্য হৈ নীলকণ্ঠৰ কাণত পৰিল, তেতিযা তেওঁ মাকক মাতি ধকাবকি কৰি ক'লে, আই, কিয় এনে কথা ক'বলৈ গৈছিলা ?

মাক মনে মনে থাকিল। নীলকণ্ঠই ক'বলৈ ধৰিলে, ছোৱালী বিযা দিবলৈ আমি ভৰিত ধৰি ফুৰিব নালাগে, বৰং বহুতেই আমাৰ ভৰিত ধৰিব। মোৰ ছোৱালী কুৎসিত নহয়। চোৱা তোমালোকক কৈ ৰাখিলোঁ—এক সপ্তাহৰ ভিতৰতেই মই সম্বন্ধ ঠিক কৰি পেলাম। বিযাৰ চিন্তা কি ?

কিন্তু যাৰ কাৰণে পিতাকে ইমান ডাঙৰ কথাটো ক'লে তাইৰ মূৰত বজ্ৰপাত হ'ল। সকবে পৰা তাইৰ এটা ধাৰণা আছিল যে দেবদাসৰ ওপৰত তাইৰ অলপ অধিকাৰ আছে। অধিকাৰ যে কোনোবাই হাতত তুলি দিছে, সেইটো নহয়। প্ৰথমতে তাই

নিজেও ঠিকমতে একোই বুঝিব পৰা নাই—অজ্ঞাতসাৰে, অশান্ত মন দিনে দিনে এই অধিকাৰটো এনেভাবে সাৰসুৰ নোহোবাকৈ অথচ এনে দৃঢ়ভাবে প্ৰতিষ্ঠিত কৰি লৈছিল যে, বাহিৰত যদিও এটা বাহ্যৰূপ ইমানদিনে তাইৰ চকুত পৰা নাই, কিন্তু আজি হেৰুবাৰ লগাৰ কথাটো উঠোঁতেই তাইৰ গোটেই অন্তৰ জুৰি এটা ভয়ঙ্কৰ ধুমুহা বৰলৈ ধৰিলে।

কিন্তু দেবদাসৰ বেলিকা এই কথাটো ঠিক খটাব নোবাৰি। ল'ৰাকালিত যেতিয়া সি পাৰ্ব্বতীৰ ওপৰত আধিপত্য পাইছিল, কিন্তু তেতিয়া সি সেইটো পুৰাপুৰি ভাবেই উপভোগ কৰিছিল। কিন্তু কলিকতালৈ গৈ কামৰ উৎসাহত আৰু অন্যান্য আমোদ আহ্লাদৰ মাজত পাৰ্ব্বতীক সি একৰকম এৰিযে দিছিল। কিন্তু সি নেজানিছিল যে পাৰ্বতীয়ে তাইৰ আমনি লগা গাৱঁলীয়া জীবনৰ মাজত দিনে ৰাতি মাত্ৰ তাকেই ধ্যান কৰি আহিছে। অকল সেয়ে নহয়। তাই ভাবিছিল সৰুকালৰ পৰাই যাক নিতান্ত আপোন বুলি জানিছিল, ন্যায় অন্যায সকলো দাবী ইমান দিনে যাৰ ওপৰত খটাই লৈছে, যৌৱনৰ প্ৰথম সোপানত ভৰি দিয়াৰ লগে লগেই তাৰ পৰা এনেকৈ হঠাতে পিচলি পৰিব নালাগিব। কিন্তু তেতিয়া বিয়াৰ কথা কোনে ভাবে? কোনে জানিছিল সেই কিশোৰ-বন্ধন বিয়াৰ বাহিৰে কোনোমতেই চিৰস্থায়ী কৰি ৰাখিব নোবাৰি। সেইবাবে বিয়া হ'ব নোবাৰে এই বতৰাটোৱে পাৰ্ব্বতীৰ হৃদয়ৰ সমস্ত আশা-আকাংক্ষা তাইৰ বুকুৰ ভিতৰৰ পৰা যেন উভালি পেলাবলৈ টনা-

আজোৰা কৰিবলৈ ধৰিলে। কিন্তু দেবদাসে ৰাতিপুৱা পঢ়াশুনা কৰিব লাগে, দুপৰীয়া বৰ গৰম, ঘৰৰ বাহিৰ হোৱা টান, মাত্র আবেলি ইচ্ছা কৰিলে অলপ বাহিৰলৈ যাব পৰা যায়। সেই সময়টোতেই কোনোবা দিনা সি চোলা কাপোৰ পিন্ধি ভাল জোতা ভৰিত দি, লাঠি হাতত লৈ, মুকলি পথাৰত ফুৰে। যাবৰ সময়ত চক্রবৰ্ত্তীহঁতৰ ঘৰৰ কাষে দিয়ে যায, পাৰ্ব্বতীয়ে ওপৰৰ খিড়িকীৰ পৰা চকুলো টুকি টুকি সেই দৃশ্য চাই থাকে। কিমান কথা মনে মনে ভাবিছিল। ভাবিছিল, দুযোজনে ডাঙৰ হৈছে দীঘলীয়া প্রবাসৰ পিছত পৰৰ দৰে এতিয়া পৰস্পৰে বৰ লাজ কৰে। দেবদাস সিদিনা এনেযে গুচি গৈছিল, লাজ বোধ কৰিছিল, সেইবাবে ভালকৈ কথা ক'বই নোৱাৰিলে। এইখিনি কথা পাৰ্ব্বতীৰ বুজিবলৈ বাকী নাছিল।

দেবদাসেও প্রায তেনেকৈয়ে ভাবে। মাজে মাজে তাইৰ লগত কথা ক'বলৈ, তাইক ভালকৈ চাবলৈ ইচ্ছা হয়, কিন্তু তেতিয়াই মনত ভাবে,,এইটো জানো দেখাত ভাল হ'ব ?

ইযাত কলিকতাৰ সেই কোলাহল নাই, আমোদ-আহ্লাদ, থিযেটাৰ, গান বাজনা নাই, সেইবাবে মাত্র তাৰ লবাকালিৰ কথা মনত পৰে। মনত পৰে সেই পাৰ্ব্বতীয়ে এই পাৰ্ব্বতী হৈছে। পাৰ্ব্বতীযে ভাবে সেই দেৱদাস এতিয়া এই দেৱদাস ডাঙৰীয়া হৈছে। দেবদাস এতিয়া প্রায় চক্রবৰ্ত্তীহঁতৰ ঘৰলৈ নাযায়। কোনোবা দিনা হয়তো বা গধূলি পৰত চোতালত থিয় হৈ মাত দিয়ে, খুৰীদেউ, কি কৰিছে ?

খুৰীয়েকে কয়, আহা বোপা বহঁা।

দেবদাসে তেতিযাই কৈ উঠে, থাকক খুৰী, অলপ ঘুৰি আহোঁ।

সেই সময়ত পাৰ্ব্বতী কোনোবা দিনা বা সমুখা-সমুখি হয়। দেবদাসে খুৰীয়েকৰ লগত কথা কয়, পাৰ্ব্বতী লাহে লাহে আঁতৰি যায়। ৰাতি দেৱদাসৰ ঘৰত চাকি জ্বলি উঠে। গ্ৰীষ্মকালৰ খোলা খিড়িকীযেদি পাৰ্ব্বতীয়ে সেইফালে বহুপৰ হয়তো চাই থাকে—একোকে দেখা পোৱা নাযায়। পাৰ্ব্বতী চিৰদিন অভিমানিনী। তাই সেই কষ্ট সহ্য কৰি চলি আছে, ঘুণাক্ষৰে এই কথা কোনেও যেন বুজিব নোৱাৰে, পাৰ্ব্বতীৰ ই একান্ত চেষ্টা। আৰু জনায়ে বা লাভ কি? সহানুভূতি সহ্য নহব, আৰু তিৰস্কাৰ লাঞ্ছনা? তাতকৈতো মৰণে ভাল। মনোৰমাৰ যোৱা বছৰ বিয়া হৈ গৈছে। এতিয়াও তাই শহুৰী খাটিবলৈ যোৱা নাই, সেইবাবে মাজে মাজে ফুৰিবলৈ আহে। আগতে দুই সখীয়ে মিলি মাজে মাজে এইবোৰ কথা বাতৰা হৈছিল, এতিয়াও হয়, কিন্তু পাৰ্ব্বতীয়ে এতিয়া যোগ নিদিয়ে, হয় মনে মনে থাকে, নহয় কথাৰ মোৰ ঘূৰাই দিয়ে।

পাৰ্ব্বতীৰ পিতাক কালি ৰাতি ঘৰলৈ উলটি আহিছে। এই কেইদিন তেওঁ দৰা ঠিক কৰিবলৈ ওলাই গৈছিল। এতিয়া বিয়াৰ সকলো ঠিকঠাক কৰি ঘৰলৈ আহিছে। প্ৰায় দুকুৰি আঠে কুৰি মাইল দূৰৈত বৰ্দ্ধমান জিলাৰ হাতীপোতা গাওঁৰ জমিদাৰেই দৰা। তেখেতৰ অৱস্থা ভাল, বয়স দুকুৰিৰ তলতেই, যোৱা বছৰ

ঘৈণীয়েক ঢুকাইছে, সেইবাবে বিয়া কৰাব। বতৰাটোৱে যে ঘৰৰ সকলোৰে মনত আনন্দ দিছিল তেনে নহয়, বৰং দুখৰ কথাহে হৈছিল। কিন্তু এটা কথা এই যে, ভুবন চৌধুৰীৰ পৰা সকলো ৰকমে প্ৰায় দুই তিন হাজাৰ টকা ঘৰলৈ আহিব। সেইবাবে তিৰোতাবিলাক মনে মনে আছিল।

এদিন দুপৰীয়া দেৱদাস খাবলৈ বহিছে। মাকে ওচৰতে বহি ক'লে, পাৰুৰ বোলে বিয়া।

দেৱদাসে মুখখন দাঙি সুধিলে, কেতিয়া?

এই মাহতে। কালি ছোৱালী চাই গৈছে। দৰা নিজেই আহিছিল।

দেৱদাস অলপ আচৰিত হ'ল—ক'তা মইতো একোৱে নাজানো আই।

তুমি আৰু কেনেকৈ জানিবা? দৰা কৃতদাৰ—বয়স হৈছে, পিছে বেছ টকা পইচা আছে বোলে, পাৰু সুখত থাকিব পাৰিব।

দেৱদাসে তলমুৰা হৈ খাবলৈ ধৰিলে। তাৰ মাকে আকৌ কবলৈ ধৰিলে, তেওঁলোকৰ ইচ্ছা আছিল আমাৰ ঘৰতে বিয়া দিয়ে।

দেৱদাসে মুৰ দাঙিলে—তাৰ পিছত? মাকে হাঁহিলে—ছিঃ তেনে কথাও হব পাৰেনে। এনেয়ে বেচা-কিনা সৰু বংশ, তাতে আকৌ ঘৰৰ ওচৰতে বিয়া, ছিঃ ছিঃ, এই বুলি কৈ মাকে মুখ কোঁচালে। দেৱদাসে সেইটো দেখিবলৈ পালে।

কিছুপৰ মনে মনে থাকি মাকে আকৌ ক'লে, তেখেতক মই কৈছিলোঁ।

দেবদাসে মুৰ দাঙি সুধিলে, পিতাই কি ক'লে ?

কি আৰু ক'ব। ইমান ডাঙৰ বংশৰ মৰ্য্যাদা নষ্ট কৰিব নোৱাৰে, সেই কথাই মোক শুনাই দিলে।

দেবদাসে আৰু কথা নকলে। সিদিনা ছুপৰীয়া মনোৰমা আৰু পাৰ্ব্বতীৰ মাজত কথা বতৰা হৈ আছিল। পাৰ্ব্বতীৰ চকুলো মনোৰমাই বোধ কৰো এই মাত্ৰ মচি দিছে।

মনোৰমাই ক'লে, তেনেহলে উপায় কি হব ভনীটি।

পাৰ্ব্বতীয়ে চকু মচি ক'লে, উপায় আৰু কি ? তোমাৰ দৰাক তুমি জানো পছন্দ কৰি বিয়া সোমাইছিলা ?

মোৰ কথা সুকীয়া। মোৰ পছন্দ নাছিল, অপছন্দো হোৱা নাই, সেইবাবে মোৰ একো কষ্টই ভোগ কৰিব লগা হোৱা নাই। কিন্তু তই যে নিজৰ ভৰিত নিজেই কুঠাৰ মাৰিছ।

পাৰ্ব্বতীয়ে উত্তৰ নিদিলে—ভাবিব ধৰিলে।

মনোৰমাই কিবা ভাবি অলপ হাঁহি কলে, পাৰু, দৰাটোৰ বয়স কিমান ?

কাৰ দৰাৰ ?

তোৰ।

পাৰ্ব্বতীয়ে অলপ হিচাপ কৰি ক'লে, বোধ কৰো উনৈশ।

মনোৰমাই অতিশয় বিস্মিত হৈ ক'লে—সি কি কথা, এই শুনিলো প্ৰায় ছকুৰি।

এবাৰ পাৰ্ব্বতীযেও অলপ হাঁহি ক'লে, মনোবাইদেউ কিমান মানুহৰ বযস হুকুবি থাকে মই কি তাব হিচাপ ৰাখোঁ ? মোব দবাব বযস উনৈশ নে কুৰি—এই পৰ্য্যন্তই জানো।

মুবৰ ফালে চাই মনোৰমাই সুধিলে, নাম কি ?

পাৰ্ব্বতীযে আকৌ হাঁহি পেলালে—ইমান দিনে হুবলা সেইটোও নাজানা ?

কেনেকৈ জানিম ?

নাজানা ? বাৰু কৈ দিওঁ। অলপ হাঁহি, অলপ গম্ভীৰ হৈ, পাৰ্ব্বতীযে তাইব কাণৰ কাষলৈ মুখ আনি ক'লে, নাজানানে ? শ্ৰীদেবদাস

মনোৰমাই প্ৰথমতে অলপ চমক খাই উঠিল। পিছত ঠেলামাৰি দি ক'লে, হৈছে দিযা আৰু মস্কবাৰ আবশ্যক নাই। নাম কি এই সমযতে ক, পিছত তো ক'ব নোৱাবিবি—

এই দেখোন কলোঁ।

মানোৰমাই খং কৰি ক'লে, যদি দেবদাস নাম হয—তেনেহলে কন্দাকটা কৰি মৰিছ কিয ?

পাৰ্ব্বতী হঠাৎ বিষন্ন হৈ উঠিল। অলপ কিবা ভাবি ক'লে এবা, ঠিকেই কৈছা আৰু কন্দাকটা নকৰোঁ —

পাৰু ?

কি ?

সকলো কথা খুলি নকব কিয ভনীটি। মই একোকে বুজিব পাৰা নাই।

পাৰ্ব্বতীয়ে ক'লে, যি ক'ব লাগে সকলোখিনি কলোঁ।

কিন্তু একোকে হলে বুজি পোৱা নগ'ল।

নাযাবও। এই বুলি পাৰ্ব্বতীয়ে অইন ফালে মুখ ঘূৰাই ব'ল। মনোৰমাই ভাবিলে, পাৰ্ব্বতীয়ে লুকাইছে—তাইৰ মনব কথা ক'বৰ ইচ্ছা নাই। বৰ অভিমান হ'ল, দুখ পাই ক'লে পাৰু, তোৰ যি যি লৈ দুখ, মোৰোতো সেই লৈয়ে। তই সুখী হ— এইযেতো মোৰ অন্তৰিক প্ৰাৰ্থনা। যদি তোৰ বিবা গোপন কথা থাকে, মোক ক'বলৈ ইচ্ছা নকৰা তেন্তে নকবি। কিন্তু মোৰ লগত এনেকৈ ধেমালি নকৰিবি।

পাৰ্ব্বতীও দুখিত হ'ল, ঠাট্টা কৰা নাই বাইদেউ। যিমানখিনি নিজে জানো, সিমানখিনি তোমাক কৈছোঁ। মই জানো মোৰ স্বামীৰ নাম দেবদাস। বয়স উনৈশ কি কুৰি—সেই কথাই তো তোমাক কৈছোঁ।

কিন্তু এই যে শুনিলো তোৰ আৰু ক'ববাত সম্বন্ধ ঠিক হৈছে।

ঠিক আৰু কি। বুঢ়ী আইতাৰ লগততো আৰু বিয়া নহব, হলে মোৰ লগতেই হ'ব, ক'তা, মইতো এই বতৰা শুনা নাই।

মনোৰমাই যি শুনিছিল এতিয়া কবলৈ ধৰিলে। পাৰ্ব্বতীয়ে তাত বাধা দি ক লে, সেইবোৰ শুনিছোঁ—

তেনেহলে? দেবদাসে তোক—

কি মোক?

মনোৰমাই হাঁহি চেপি ৰাখি ক'লে, তেনেহলে স্বয়ম্বৰা হবলা? গোপনে গোপনে পকা বন্দোবস্ত হৈছে?

কেঁচা-পকা এতিযাও একোকে হোৱা নাই।

মনোৰমাই ব্যথাৰ সুৰত ক'লে, তই যে কি কৰ পাৰু, একোৱে বুজিব নোৱাৰোঁ।

পাৰ্ব্বতীয়ে ক'লে, তেনেহলে দেৱদাসক সুধি তোমাক বুজাই দিম।

কি সুধিবি? সি বিয়া কৰায় নে নকৰায, সেই কথা?

পাৰ্ব্বতীযে মুৰ তুপিয়াই ক'লে, এৰা—সেইটোৱে।

মনোৰমাই খুব আচৰিত হৈ ক'লে, কি কৰ পাৰু? তই নিজে এই কথা সুধিবি?

দোষ কি বাইদেউ?

মনোৰমা একেবাৰে অবাক হৈ গ'ল। কি যে কৰ? নিজে?

নিজেই। নহলেনো মোৰ হকে আৰু কোনে সুধিব বাইদেউ?

লাজ নালাগিব?

লাজ কি আছে? তোমাক কবলৈ লাজ কৰিলোঁ নেকি?

মই তিৰোতা মানুহ—তোৰ বন্ধু, কিন্তু তেওঁ যে মতা মানুহ পাৰু।

এইবাৰ পাৰ্ব্বতীযে হাঁহি পেলালে, ক'লে, তুমি সখী, তুমি আপোন—কিন্তু তেওঁ জানো পৰ? যি কথা তোমাক ক'ব পাৰোঁ, সেই কথা তেওঁক কোৱা নাযায নে?

মনোৰমাই অবাক হৈ মুখৰ ফালে চাই থাকিল।

পাৰ্ব্বতীয়ে হাঁহিমুখে ক'লে, মনোবাইদেউ, তুমি মিছাকৈ

কপালত সেন্দুৰ পিন্দিছা। স্বামী কাক বোলে তাকেই নাজানা। তেওঁ মোৰ স্বামী নহলে, মোৰ সকলো লাজ-অপমানৰ অতীত নহলে, মই এনেকৈ মৰিবলৈ নবহিলোঁহেতেন। তাৰ বাহিৰেও বাইদেউ, মানুহ যেতিয়া মৰিবলৈ সাজু হয় তেতিয়া জানো ভাবি চায়, বিহ তিতা নে মিঠা। তেওঁৰ ওচৰত মোৰ একো লাজ নাই।

মনোৰমাই মুখৰ ফালে চাই থাকিল। কিছুপৰ পিছত ক'লে তেওঁক কি কৰি? কৰি যে শ্ৰীচৰণত ঠাই দিযক?

পাৰ্ব্বতীয়ে মুৰ তুপিযাই কলে, ঠিক তাকেই কম বাইদেউ।

যদি তেওঁ ঠাই নিদিযে?

এই বেলি পাৰ্ব্বতী বহুপৰ মনে মনে থাকিল। তাৰ পিছত কলে, তেতিয়াৰ কথা নাজানো বাইদেউ।

ঘৰলৈ উলটিবৰ সময়ত মনোৰমাই ভাবিলে ধন্য সাহস, ধন্য মনোবল। মই যদি মৰিও যাওঁ তেনেহলেও এনে কথা মুখলৈ আনিব নোবাৰিম।

কথাটো সঁচা। সেইবাবে পাৰ্ব্বতীয়ে কৈছিল, ইহঁতে নিৰৰ্থক মূৰত সেন্দুৰ লয, হাতত খাৰু পিন্ধে।

## ষষ্ঠ পৰিচ্ছেদ

নিশা বোধ কৰোঁ এক বাজি গৈছে। তেতিয়াও ম্লান জোনাক আকাশৰ গাত লাগি আছে। পাৰ্ব্বতীয়ে বিছনা-চাদৰেৰে গা মূৰ ঢাকি লাহে লাহে খোজ দি খট্‌-খটিযেদি তললৈ নামি আহিল। চাবিওফালে চকু ফুৰাই চালে, কোনে সাৰে থকা নাই। তাৰ পিছত দুৱাৰ মেলি নিশব্দে বাটত আহি উপস্থিত হ'ল। গাৱঁলীযা বাট, একেবাৰে নিস্তব্ধ, একেবাৰে নিৰ্জ্জন— কাকো লগ পোবাৰ ভয নাছিল। তাই একো বাধা নোপোবাকৈ জমিদাৰৰ ঘৰৰ সমুখত আহি থিয দিলে। পদূলি মুখত বুঢা দাৰোবান কিষন সিঙে খাটিযা পাৰি তেতিয়াও তুলসী দাসৰ ৰামাযণ পঢ়ি আছিল, পাৰ্ব্বতীক সোমোৱা দেখি মূৰ নদঙাকৈয়ে ক'লে, কোন ?

পাৰ্ব্বতীযে ক'লে, মই।

দাৰোবানজীযে মাততে বুজিলে তিৰোতা মানুহ বুলি। দাসী বুলি ভাবি সি আৰু কোনো কথা নুসুধি সুৰ লগাই ৰামায়ণ পঢ়িবলৈ ধৰিলে। পাৰ্ব্বতী গুচি গ'ল। গৰমৰ দিন, বাহিৰৰ বাৰাণ্ডাৰ ওপৰত কেইজনমান চাকৰ শুই আছিল, সিহঁতৰ কোনো নিদ্ৰিত, কোনো অৰ্দ্ধ নিদ্ৰিত অবস্থাত আছিল। তন্দ্ৰাৱস্থাত কোনোবাই পাৰ্ব্বতীক দেখা পালে, কিন্তু দাসী বুলি ভাবি কথা নকলে। পাৰ্ব্বতীয়ে নিৰ্ব্বিঘ্নে সোমাই খট্‌খটিয়েদি

ওপৰলৈ উঠি গ'ল। এই ঘৰৰ প্ৰত্যেক কোঠা, প্ৰত্যেক খিড়িকী তাইৰ চিনাকি। দেবদাসৰ ঘৰটো চিনি উলিবাত তাইৰ পলম নহ'ল। দুৱাৰ মেলা আছিল আৰু ভিতৰত চাকি জ্বলি আছিল। পাৰ্ব্বতীয়ে ভিতৰ সোমাই দেখিলে দেৱদাস বিছনাত পৰি টোপনি গৈ আছে। মূৰশিতানত কিবা এখন কিতাপ তেতিয়াও খোলা অৱস্থাত পৰি আছিল। তাৰ পৰাই অনুমান হ'ল সি এই মাত্ৰহে যেন টোপনিত পৰিছে। চাকিৰ পোহৰটো উজ্জ্বল কৰি দি তাই দেবদাসৰ ভৰিৰ ওচৰলৈ আহি নিশব্দে বহিল। বেৰৰ গাত ডাঙৰ ঘড়ীটোৱে মাত্ৰ টিক্ টিক্ শব্দ কৰি আছে, ইযাৰ বাহিৰে সকলো নিস্তব্ধ, সকলো সুপ্ত।

ভৰিৰ ওপৰত হাত থৈ পাৰ্ব্বতীয়ে লাহে লাহে মাতিল, দেবদা!

দেবদাসে টোপনি জালত শুনিবলৈ পালে, কোনোবাই যেন মাতিছে। চকু নেমেলাকৈয়ে মাত দিলে, উঁ—

অ দেবদা—

এইবাৰ দেৱদাসে চকু মোহাৰি উঠি বহিল। পাৰ্ব্বতীৰ মুখত আবৰণ নাই, ঘৰত চাকিও উজ্জ্বল ভাবে জ্বলি আছে, সেইবাবে সহজতেই দেবদাসে তাইক চিনিব পাৰিলে। কিন্তু প্ৰথমতে যেন বিশ্বাস নহ'ল। তাৰ পিছত কলে, ই কি? পাৰু নেকি?

হয়, মই।

দেবদাসে ঘড়ীৰ ফালে চালে। অতি আচৰিত হৈ ক'লে, ইমান ৰাতি?

পাৰ্ব্বতীয়ে উত্তৰ নিদিলে, তল মুৰ হৈ বহি থাকিল। দেবদাসে আকৌ সুধিলে, ইমান বাতি অকলে আহিছা নেকি ?

পাৰ্ব্বতীয়ে ক'লে, হয।

দেবদাসে উদ্বেগ আৰু আশঙ্কাত উধাতু খাই ক'লে, কোবা কি। বাটত ভয লগা নাই ?

পাৰ্ব্বতীয়ে অলপ হাঁহি ক'লে, ভূতলৈ মোব সিমান ভয নাই ?

ভূতলৈ ভয় নাথাকক, কিন্তু মানুহলৈতো ভয আছে। কিয় আহিছাঁ ?

পাৰ্ব্বতীয়ে উত্তৰ নিদিলে, কিন্তু নিজৰ মনতে ভাবিলে, এই সময়ত মোব বোধকৰোঁ সেই ভযো নাই।

ঘৰত কেনেকৈ সোমালা ? কোনেও দেখা নাই, নে ?

দাৰোৱানে দেখিছে।

দেৱদাসে ভয খালে—দাৰোৱানে দেখিছে ? আৰু কোনো-বাই একা ?

বাৰাণ্ডাত চাকৰবোৰ শুই আছে—সিহঁতৰ ভিতৰতো কোনোবাই দেখা পাব পাবে।

দেবদাসে বিছনাব পৰা জাপ মাৰি উঠি তুবাৰ জপাই দিলে। কোনোবাই চিনিব পাৰিছে নেকি ? পাৰ্ব্বতীয়ে অলপো উৎকণ্ঠাৰ ভাব নেদেখুৱাই অতি সহজভাবে ক'লে, সিহঁত সকলোৱে মোক জানে, হয়তো কোনেবে মোক চিনি পাবও পাবে।

কোৱা কি ? এনেকুৱা কাম কিয় কৰিলা পাৰু ?

পাৰ্ব্বতীয়ে নিজৰ মনতে ভাবিলে, সেই কথা তুমি কেনেকৈ বুজিবা? কিন্তু কোনো কথা নকলে, তলমুৰ কৰি বহি থাকিল?

ইমান ৰাতি? ছিঃ ছিঃ? কাইলৈ কেনেকৈ মুখ দেখুৱাবা?

তলমূৰা হৈয়েই পাৰ্ব্বতীয়ে ক'লে, মোৰ সেই সাহ আছে।

কথা শুনি দেবদাসে খং নকৰিলে, কিন্তু অতিশয় উৎকণ্ঠিত হৈ ক'লে, ছিঃ ছিঃ—এতিয়াও জানো সৰু ছোৱালী হৈ আছা? ইয়ালৈ এইদৰে আহিবলৈ তোমাৰ অলপো লাজ নেলাগিলনে?

পাৰ্ব্বতীয়ে মূৰ জোকাৰি ক'লে, অকনো নেলাগিল।

কাইলৈ লাজতে তোমাৰ নাক কটা নাযাব নে?

প্ৰশ্ন শুনি পাৰ্ব্বতীয়ে তীব্ৰ অথচ কৰুণ দৃষ্টিৰে দেৱদাসৰ মুখৰ ফালে খন্তেক চাই থাকি অসঙ্কোচে ক'লে নাক কটাই গ'লহেতেন—যদি মই নিশ্চয়কৈ নাজানিলোঁহেতেন যে মোৰ সকলো লাজ তুমি ঢাকি দিবা।

দেবদাসে বিস্ময়ত হতবুদ্ধি হৈ ক'লে, মই? কিন্তু মযো জানো মুখ দেখুৱাম পাৰিম?

পাৰ্ব্বতীয়ে তেনেকৈ অবিচলিত ভাবে উত্তৰ দিলে, তুমি? কিন্তু তোমাৰ কি দেৱদা?

অলপ পৰ মনে মনে থাকি আকৌ কলে, তুমি মতা মানুহ। আজি নহয় কালি তোমাৰ কলঙ্কৰ কথা সকলোৱে পাহৰিব, দু'দিন পিছত কোনেও মনত নাৰাখে—কেতিয়া কোন নিশা হতভাগিনী পাৰ্ব্বতী তোমাৰ ভৰিৰ ওপৰত মূৰ থবলৈ সকলো তুচ্ছ কৰি আহিছিল।

সি কি পাৰু ?

আৰু মই—

মন্ত্ৰমুগ্ধৰ দৰে দেৱদাসে ক'লে, আৰু তুমি ?

মোৰ কলঙ্কৰ কথা কৈছা ? নাই, মোৰ কলঙ্ক নাই। তোমাৰ ওচৰলৈ গোপনে আহিছিলোঁ বুলি যদি মোৰ নিন্দা হয়, সেই নিন্দা মোৰ গাত নালাগে।

ই কি পাৰু ? কান্দিছা ?

দেৱদা, নৈত কিমান পানি। সিমান পানীতো জানো মোৰ কলঙ্ক ঢাক নাযাব ?

হঠাৎ দেৱদাসে পাৰ্ব্বতীৰ হাত দুখনত ধৰি পেলালে—পাৰ্ব্বতী। পাৰ্ব্বতীয়ে দেৱদাসৰ ভৰিত মূৰটো থৈ ৰুদ্ধ-কণ্ঠেৰে কৈ উঠিল, ইযাতে অলপমান ঠাই দিয়া দেৱদা।

তাৰ পিছত দুযোজনে মনে মনে থাকিল। দেৱদাসৰ ভৰিৰ ওপৰেদি বহুতো অশ্ৰুবিন্দু শুভ্ৰ শয্যাৰ ওপৰত বাগৰি পৰিল।

বহুপৰ পিছত দেৱদাসে পাৰ্ব্বতীৰ মুখখন তুলি ধৰি ক'লে, পাৰু, মোৰ বাহিৰে জানো তোমাৰ উপায় নাই ?

পাৰ্ব্বতীয়ে কথা নকলে। তেনেকৈয়ে ভৰিৰ ওপৰত মূৰ থৈ পৰি থাকিল। নিস্তব্ধ ঘৰটোৰ ভিতৰত মাত্ৰ তাইৰ অশ্ৰুব্যাকুল দীৰ্ঘশ্বাস ঘন ঘনকৈ ফুকাৰি ফুকাৰি ওফন্দি উঠিব ধৰিলে। টং টং কৈ ঘড়ীত দুই বাজি গ'ল। দেৱদাসে মাতিলে, পাৰু ?

ৰুদ্ধকণ্ঠে পাৰ্ব্বতীয়ে ক'লে, কি ?

আই-বোপাইৰ একেবাৰে অমত, সেইটো শুনিছা ?

পাৰ্ব্বতীয়ে মূৰ তুপিয়াই উত্তৰ দিলে বোলে, তাই শুনিছে।

তাৰ পিছত দুয়োজনে টলকা মাৰি থাকিল। বহু সময় পাৰ হৈ যোৱাৰ পিছত দেবদাসে দীঘল হুমুনিয়াহ পেলাই ক'লে, তেনেহলে আৰু কিয়?

পানীত বুৰ দি মানুহে যেনেকৈ অন্ধভাবে মাটি খামুচি ধৰে, সেইডোখৰ কোনোমতে এৰি দিব নোখোজে, ঠিক তেনেকৈ পাৰ্ব্বতীয়ে অজ্ঞানৰ দৰে দেবদাসৰ ভৰি দু'খন সাৱটি ধৰি ৰাখিলে। মুখৰ ফালে চাই ক'লে, মই একোৱে জানিব নোখোজোঁ। দেবদা।

পাৰু, আই-বোপাইৰ অবাধ্য হমনে?

দোষ কি? হোৱা।

তুমি তেনেহলে ক'ত থাকিবা?

পাৰ্ব্বতীয়ে কান্দি ক'লে, তোমাৰ চৰণত—

আকৌ দুয়ো স্তব্ধ হৈ বহি থাকিল। ঘৰীত চাৰি বাজি গ'ল। জহকালিৰ ৰাতি, আৰু অলপ পিছতেই ৰাতি পুৱাব দেখি দেবদাসে পাৰ্ব্বতীৰ হাতত ধৰি ক'লে, ব'লা, তোমাক ঘৰত থৈ আহোঁ—

মোৰ লগত যাবা?

ক্ষতি কি? যদি দুৰ্ণাম বটে, হয়তো কিবা এটা উপায় হব পাৰে।

তেনেহলে ব'লা।

দুয়ো নিশব্দে খোজ দি বাহিৰলৈ ওলাই আহিল।

## সপ্তম পৰিচ্ছেদ

পিছদিনা দেউতাকৰ লগত দেবদাসৰ অলপ পৰ কথাবাৰ্ত্তা হ'ল।

দেউতাকে ক'লে, তুমি চিৰদিন মোক জ্বলাই মাৰিছা, যিমান দিন জীযাই থাকিম সিমান দিনে জ্বালাতন ভুগিব লাগিব। তোমাৰ মুখত এই কথা শুনি আচৰিত হবলগীয়া একো নাই।

দেবদাসে নিশব্দে তলমুৰা হৈ বহি থাকিল।

দেউতাকে ক'লে, মই ইয়াৰ ভিতৰত নোসোমাওঁ। যদি ইচ্ছা হয, তুমি আৰু তোমাৰ মাবাই লগ লাগি কৰা গৈ।

দেবদাসৰ মাকে এই কথা শুনি কান্দি কান্দি ক'লে, বোপা, ইমানে মোৰ অদৃষ্টত আছিল।

সেইদিনা দেবদাসে টালি-টোপোলা বান্ধি কলিকতালৈ গুচি গ'ল।

পাৰ্ব্বতীযে এই কথা শুনি গম্ভীনভাৱে এটা কাঠ হাঁহি মাৰি মনে মনে থাকিল। যোবা ৰাতিৰ কথা কোনেও নাজানে, তায়ো কাকো নকলে। কিন্তু মনোৰমাই আহি জোৰ কৰি ধৰিলে, পাৰু, শুনিবলৈ পালোঁ। দেবদাস গ'ল।

এৰা।

তেনেহলে, তোৰ উপায কি কৰি গ'ল ?

উপায়ৰ কথা তেওঁ নিজেই নাজানে, আনক কি ক'ব ? আজি কেইদিনমানৰ পৰা তাই এই কথাই ভাবি আছিল, কিন্তু

কোনোমতেই ঠিক কৰিব পৰা নাছিল যে তাইৰ আশা কিমান খিনি আৰু নিৰাশা কিমান খিনি। এটা কথা এই যে মানুহে এনেকুৱা দুঃসময়ৰ মাজত যেতিয়া আশা নিৰাশাৰ পাৰ দেখিবলৈ নাপায়, তেতিয়া দুৰ্ব্বল মনে খুব ভয়ে ভয়ে আশাৰ ফালটোকে আকোৱালি ধৰি থাকে। যিটো হ'লে মঙ্গল, তাকেই আশা কৰে। ইচ্ছায় বা অনিচ্ছায় সেইফালেই উৎসুক নয়নে চাই থাকিব খোজে। পাৰ্ব্বতীৰ এই অবস্থাত তাই কিছু পৰিমাণে জোৰ কৰিয়ে আশা কৰি আছিল যে যোৱাৰাতিৰ কথাটো নিশ্চয় বিফল নহব। বিফল হ'লে তাইৰ দশা কি হ ব, এইটো তাইৰ চিন্তাৰ বাহিৰলৈ গৈছিল। সেইবাবে তাই ভাবি আছিল, দেবদা আকৌ আহিব, আকৌ মোক মাত দি ক'ব পাৰু, তোমাক মোৰ সাধ্য থকাত আনৰ হাতত দিব নোৱাৰিম।

কিন্তু দুদিন পিছত পাৰ্ব্বতীয়ে এনে এখন চিঠি পালে—

পাৰ্ব্বতী, আজি দুদিনৰ পৰা তোমাৰ কথাই ভাবি আছোঁ। আই-বোপাইৰ কাৰো ইচ্ছা নহয় যে আমাৰ বিয়া হয়। তোমাক সুখী কৰিব লাগিলে তেওঁলোকক ইমান ডাঙৰ আঘাত দিব লাগিব যিটো মোৰ দ্বাৰা অসাধ্য। তাৰ বাহিৰেও তেওঁলোকৰ বিৰুদ্ধে এই কাম কৰোঁবে বা কেনেকৈ? তোমালৈ আৰু যে কেতিয়াবা চিঠি লিখিম, বৰ্ত্তমানে এনে কথা ভাবা নাই। সেই বাবে এই চিঠিতেই সকলো কথা খুলি লিখোঁ। তোমালোকৰ বংশ নীচ। বেচা-কেনা কৰা ঘৰৰ ছোৱালী—আয়ে কোনো মতেই ঘৰলৈ নানে আৰু ঘৰৰ ওচৰত থিতিৰ ইও তেখেতৰ মতে

অতি কদৰ্য্য। পিতাৰ কথা—সেইটোতো তুমি সকলো জানাই। সিদিনা ৰাতিৰ কথা মনত পেলাই অতিশয় কষ্ট পাব ধৰিছোঁ। কাৰণ তোমাৰ দৰে অভিমানিনী ছোৱালীয়ে কিমান ডাঙৰ আঘাত পাই যে তেনেকুৱা কাম কৰিব পাৰিছিল, সেই কথা মই জানোঁ।

আৰু এটা কথা—তোমাক মই যে ভাল পাইছিলোঁ, সেই কথা মোৰ কোনো দিনো মনলৈ অহা নাই, আজিও তোমাৰ কাৰণে মোৰ অন্তৰত অতিশয় বেদনা অনুভৱ কৰা নাই। মাত্ৰ এযে মোৰ ডাঙৰ দুখ যে তুমি মোৰ বাবে কষ্ট পাবা। চেষ্টা কৰি মোক পাহৰিবা আৰু আন্তৰিক আশীৰ্ব্বাদ জনাওঁ, তুমি সফল হোৱা।

"দেবদাস।"

চিঠিখন যেতিয়ালৈ দেবদাসে ডাকঘৰত দিয়া নাই, তেতিয়ালৈ এই কথা ভাবি আছিল, কিন্তু পঠাই দিবৰ পিছ মুহূৰ্ত্তৰ পৰাই অন্য কথা ভাবিব ধৰিলে। হাতৰ ফৰ্ম্মুটিডাল মাৰি দি সি একেৰাহে সেইফালে চাই থাকিল। এটা অনিশ্চিত আশঙ্কা তাৰ মনৰ ভিতৰত অশপ কৈ গোট খাব ধৰিছিল। সি ভাবি আছিল, এই ফৰ্ম্মুটিডাল, তাইৰ মুৰত কেনেকৈ পৰিব। খুব দুখ পাব নেকি? জীয়াই থাকিব তো? সেইদিনা ৰাতি ভৰিৰ ওপৰত মুৰ গুজি তাই কেনেকৈ কান্দিছিল, ডাকঘৰৰ পৰা ঘৰলৈ উভতি আহোতে বাটত খোজে প্ৰতি দেবদাসৰ এই কথাকে মনত

পৰিছিল। কামটো ভাল হ'ল নে? আৰু এইবোৰৰ বাহিৰেও দেবদাসে ভাবি আছিল যে, পাৰ্ব্বতীৰ নিজৰ যেতিয়া কোনো দোষ নাই, তেনেহলে নো মাক-বাপেকে কিয় নিষেধ কৰে? বয়স বঢ়াৰ লগে লগে আৰু কলিকতাত থাকি সি এই কথাটো নীচ-প্ৰকৃতিৰ খাম-খেয়ালিৰ ওপৰত নিৰ্ভৰ কৰি নিৰৰ্থক এটা প্ৰাণনাশ কৰা উচিত নহয়। যদি পাৰ্ব্বতীয়ে জীয়াই থাকিব নোখোজে, যদি তাই নৈৰ পানীত অন্তৰৰ জ্বালা জুৰাবলৈ লৰি যায়, তেনেহল বিশ্বপিতাৰ চৰণত এক মহাপাতকৰ দাগ নপৰিবনে?

বহালৈ আহি দেবদাস নিজ খোটালিত শুই পৰিল। আজিকালি সি এটা মেছত থাকে। মোমায়েকৰ আশ্ৰয় সি বহুদিন হ'ল এৰি দিছে, তাত তাৰ কোনোৰকম সুবিধা নহৈছিল। যি খোটালিত দেবদাস থাকে তাৰেই কাষৰ খোটালিটোত চুণিলাল নামেৰে এজন ডেকা কেইবছৰৰ পৰা আছেহি। তাৰ এই দীঘলীয়া কলিকতা বাস বি, এ, পাছ কৰিবৰ কাৰণেই অতিবাহিত হৈছে—আজিও সফলতা লাভ নকৰা বাবে এতিয়াও ইয়াতেই সি থাকিব লগা হৈছে। চুণিলালে তাৰ নিত্য-কৰ্ম্ম সান্ধ্য ভ্ৰমণলৈ ওলাই গৈছে, প্ৰায় ৰাতিপুৱাৰ লগে লগে উলটিব। আৰু কোনেও এতিয়াও বহালৈ অহা নাই। ঝিয়ে চাকি জ্বলাই দি গ'ল, দেবদাস দুৱাৰ বন্ধ কৰি শুই পাৰিল।

তাৰ পিছত এজন এজনকৈ সকলো ঘুৰি আহিল। খাবৰ সময়ত দেবদাসক মাতিলে, কিন্তু সি নুঠিল। চুণিলাল কোনো দিনা ৰাতি বহালৈ নাহে, আজিও অহা নাই।

তেতিয়া ৰাতি এক বাজি গৈছে। দেবদাসৰ বাহিৰে মেছ আৰু কোনেও সাৰে থকা নাই। চুণিলালে ঘূৰি আহি দেবদাসৰ দুৱাৰৰ সমুখত থিয় দি চালে দুৱাৰ বন্ধ, কিন্তু চাকি জ্বলি আছে, মাত দিলে—দেবদাস সাৰে আছা নেকি ?

দেবদাসে ভিতৰৰ পৰা ক'লে, 'এৰা। তুমি ইযাৰ ভিতৰতে ঘূৰিলা যে ?'

চুণিলালে মিচিকিয়া হাঁহি মাৰি ক'লে, এৰা গাটো ভাল নহয এই বুলি কৈ গুচি গ'ল। কিছুপৰ পিছত ঘূৰি আহি ক'লে, দেবদাস, এবাৰ দুৱাৰখন মেলি দিব পাৰা ?

পাৰোঁ, কিয ?

ধপাতৰ জোগাৰ আছে ?

আছে। সেই বুলি দেবদাসে দুৱাৰখন মেলি দিলে। চুণিলালে ধপাত লগাবলৈ বহি ক'লে, দেবদাস, এতিযাও কিয় সাৰে আছা ?

প্ৰত্যেক দিনেই টোপনি হযনে ?

নহয নেকি ?

চুনিলালে যেন অলপ বিদ্রুপ কৰি ক'লে, মই ভাবিছিলোঁ তোমালোকৰ দৰে ভাল লৰাবিলাকে কেতিযাও মাজ নিশাৰ মুখ দেখা নাই, আজি মোৰ এটা, শিক্ষা হ'ল। দেবদাসে কথা নকলে। চুণিলালে আপোন মনে ধপাত খাই খাই ক'লে, দেবদাস, ঘৰৰ পৰা উভতি অহাৰ পৰা তোমাৰ মন যেন ভাল নহয়। তোমাৰ মনত যেন কিবা দুখ আছে।

দেবদাস অন্যমনস্ক হৈ আছিল। উত্তৰ নিদিলে।

মনটো ভাল নহয়, নহয় জানো ?

দেবদাস হঠাৎ শয্যাৰ ওপৰত উঠি বহিল। ব্যগ্ৰভাবে তাৰ মুখৰ ফালে চাই ক'লে, বাৰু চুণি, তোমাৰ মনত কোনো দুখ নাইনে ?

চুণিলালে হাঁহিলে — একো নাই।

এই জীৱনত কেতিয়াও কষ্ট পোৱা নাইনে ?

এই কথা কিয় ?

মোৰ শুনিবৰ খুব ইচ্ছা হয়।

তেনেহলে অইন এদিন শুনিবা।

দেবদাসে ক লে বাৰু চুণি, তুমি গোটেই ৰাতিটো ক'ত থাকা ?

চুণিলালে মৃদু হাঁহি মাৰি ক'লে, সেইকথা জানো তুমি নাজানা ?

জানো কিন্তু ঠিক নাজানো।

চুণিলালৰ মুখ উৎসাহত উজ্জ্বল হৈ উঠিল। এইবোৰ আলোচনাৰ ভিতৰত অইন একো নেথাকিলেও এটা চকু লজ্জা যে আছে, বহুদিনৰ অভ্যাসৰ দোষত সিও তাৰ পাহৰণিত লীন গৈছিল। ধেমালি কৰি চকু মুদি ক'লে দেবদাস, ভালকৈ জানিব লাগিলে কিন্তু ঠিক মোৰ দৰে হব লাগিব। কাইলৈ মোৰ লগত যাবা ?

দেবদাসে এবাৰ ভাবি চালে। তাৰ পিছত ক'লে, শুনিবলৈ

পাওঁ তাত বোলে খুব আমোদ পোবা যায়, কোনো দুখ কষ্ট মনত নাথাকে, এই কথা সঁচানে ?

একেবাৰে সঁচা।

সেয়ে যদি হয় তেনেহলে মোক লৈ যাবা—মই যাম।

পিছদিনা গধূলি পৰত চুণিলালে দেৱদাসৰ কোঠালৈ আহি দেখিলে, সি ব্যগ্ৰভাবে মালবস্তু বান্ধি সজাই লব ধৰিছে। আচৰিত হৈ সুধিলে, কি নোযোবা নেকি ?

দেবদাসে কোনো ফালে নাচাই ক'লে, যাম, নাযাম কিয় ?

তেনেহলে ইবোৰ কি কৰিছা ?

যাবলৈ আয়োজন কৰিছোঁ। চুণিলালে অলপ হাঁহি মাৰি ভাবিলে, বেয়া বন্দবস্ত নহয়, ক'লে, ঘৰ-দুবাৰ সকলো তালৈ লৈ যাবা নেকি ?

নহলে নো কাৰ ওচৰত থৈ যাম ?

চুণিলালে বুজিব নোবাৰিলে। ক'লে, মাল-বস্তু মই কাৰ ওচৰত থৈ যাওঁ ? সকলোবোৰতো বহাতে পৰি থাকে।

দেবদাসে যেন হঠাৎ সচেতন হৈ চকু দুটা দাঙি ধৰিলে। লাজ পাই ক'লে, চুণি আজি মই ঘৰলৈ যাব ওলাইছোঁ।

ই কি কথা ? কেতিয়া আহিবা ?

দেবদাসে মূৰ জোকাৰি ক'লে, মই আৰু নাহোঁ।

বিস্মিত হৈ চুণিলাল তাৰ মুখৰ ফালে চাই থাকিল। দেৱদাসে কবলৈ ধৰিলে, এই নিয়া টকা মোৰ যিখিনি ধাৰ আছে

ইযাব পবাই পৰিশোধ কৰিবা। যদি কিছু উদ্বৃত্ত থাকে, দাস-দাসীক বিলাই দিবা। মই আৰু কেতিযাও কলিকতালৈ ঘূৰি নাহোঁ।

মনে মনে কবলৈ ধবিলে, কলিকতালৈ অহা বাবে মোৰ বহুতো গৈছে, বহুতো গৈছে।

আজি যৌবনব কুঁবলীবে ঢাক খোবা আন্ধাব ভেদ কবি তাৰ চকুত পৰিছে—সেই দুৰ্দ্দান্ত, দুৰ্ব্বিনীত কিশোৰ বযসৰ সেই অযাচিত পদদলিত বস্তু আজি সমস্ত কলিকতাব তুলনাতো যেন বহুত ডাঙৰ, বহুত দামী। চুণিলালব মুখৰ ফালে চাই ক'লে, চুণি! শিক্ষা, বিদ্যা, বুদ্ধি, জ্ঞান, উন্নতি—যিকোনো বস্তু, সকলো সুখৰ কাৰণে। যেনেকৈযে নোচোবা কিয, নিজব সুখ বঢোবাৰ বাহিবে এইবিলাকব আৰু একোবে কাম নাই।

চুণিলালে বাধা দি কৈ উঠিল, তেনেহলে তুমি আৰু লিখা-পঢা নকৰিবা নেকি, কি কোবা?

নকৰোঁ। লিখা-পঢাৰ বাবেই মোৰ যথেষ্ট ক্ষতি হৈছে। আগতে যদি জানিলোঁহেতেন ইযাব পৰিবৰ্ত্তে মোৰ এই অকণ মানি লিখা-পঢা হ'ব, তেনেহলে মই এই-জনমত কেতিয়াও কলিকতাৰ মুখ নাচালোঁহেতেন।

তোমাৰ হৈছে কি?

দেবদাসে ভাবিবলৈ ধৰিলে, কিছুপৰ পিছত ক'লে, আকৌ যদি কেতিযাবা দেখা হয, সকলো কথা ক'ম।

তেতিয়া ৰাতি প্ৰায ন' বাজিছে। ইয়াৰ সকলোৱে আৰু

চুণিলালে অতিশয় বিস্মিত হৈ দেখিলে, দেবদাস গাড়ীত সমস্ত মালবস্তু বোজাই দি চিৰদিনৰ বাবে বহা ত্যাগ কৰি ঘৰলৈ গুচি গ'ল। সি যোবাৰ পিছত চুণিলালে খং কৰি অইন সকলোকে ক'বলৈ ধৰিলে যে, এনেকুৱা ভিজা মেকুৰীৰ দৰে মানুহবোৰক মুঠেই চিনিব পৰা নাযায়।



# অষ্টম পৰিচ্ছেদ

সতর্ক আৰু অভিজ্ঞ লোকসকলৰ স্বভাৱ এই যে তেওঁলোকে চকুৰ পলকতে কোনো বস্তুৰ দোষগুণ সম্বন্ধে দৃঢ় মতামত প্ৰকাশ নকৰে—সকলোফালে বিচাৰ নকৰি সম্পূৰ্ণ বস্তুটোৰ ধাৰণা কৰি নলয়, দুটাফাল চায়ে চাৰিফালৰ কথা নকয়। কিন্তু আৰু একৰকমৰ মানুহ আছে, যিসকল ইয়াৰ ঠিক বিপৰীত। কোনো কথা বহুপৰলৈ চিন্তা কৰিবৰ ধৈৰ্য্য এওঁলোকৰ নাই। যি কোনো বস্তু হাতত পৰা মাত্ৰকে ঠিক কৰি পেলায়—ই ভাল বা বেয়া। দ কৈ ভাবিবৰ পৰিশ্ৰমখিনি এওঁলোকে বিশ্বাসৰ জোৰত চলাই নিয়ে। এইবিলাক মানুহে যে জগতত কাম কৰিব নোৱাৰে তেনে নহয়, বৰং বহু সময়ত অধিক কাম কৰে। ভাগ্য সুপ্ৰসন্ন হলে এওঁলোকক উন্নতিৰ সৰ্ব্বোচ্চ শৃঙ্গত দেখিবলৈ পোৱা যায়। অথবা নহলে অৱনতিৰ গভীৰ কন্দৰত চিৰদিনৰ বাবে শুই পৰে আৰু উঠিব নোৱাৰে, বহিব নোৱাৰে, পোহৰৰ ফালে চকু মেলি নাচায়, নিশ্চল, মৃত, জড়পিণ্ডৰ দৰে পৰি থাকে। এই শ্ৰেণীৰ মানুহ দেৱদাস। পিছদিনা ৰাতিপুৱা সি ঘৰলৈ আহি উপস্থিত হ'ল। মাকে আচৰিত হৈ সুধিলে, দেৱা, কলেজ আকৌ বন্ধ হলনে?

হয়, বুলি দেৱদাস অন্যমনস্কৰ দৰে গুচি গ'ল। দেউতাকৰ প্ৰশ্নতো সি এনেকুৱা কিবা এটা উত্তৰ দি তেওঁক এৰাই আতৰি গ'ল। তেখেতে ভালকৈ বুজিব নোৱাৰি ঘৈণীয়েকক সুধিলে।

তেওঁ বুদ্ধি কৰি ক'লে, এতিয়াও গৰম নকমা বাবে আকৌ ছুটি হৈছে।

দুদিনমান দেবদাসে ধৰফৰাই ফুৰিলে। কিযনো, যি কামনা সেইমতে কাম হোবা নাই—পাৰ্ব্বতীৰ লগত নিৰ্জ্জনত মুঠেই সাক্ষাৎ নহ'ল। দুদিনমান পিছত পাৰ্ব্বতীৰ মাকে দেবদাসক সমুখত লগ পাই ক'লে যদি আহিছাই বোপা, তেনেহলে পাৰুৰ বিয়ালৈ থাকিযে যোবা।

দেবদাস ক'লে, ভাল।

দুপৰীয়া খোৱা বোবা শেষ হোবাৰ পিছত পাৰ্ব্বতীয়ে নিতৌ মথাউৰিলৈ পানী আনিবলৈ যায়। কাযত পিতলৰ কলহ লৈ আজিও তাই ঘাটৰ ওচৰত থিয় হ'লহি, দেখিবলৈ পালে, ওচৰতে এজোপা বগৰি গছৰ আঁৰত দেবদাস পানীত বৰশী পেলাই বহি আছে। এবাৰ তাই ভাবিলে উলটি যায়, এবাৰ ভাবিলে নিশব্দে পানী লৈ প্ৰস্থান কৰে, কিন্তু লৰালৰিকৈ কোনোটোকে তাই কৰিব নোবাৰিলে। কলহটো ঘাটৰ ওপৰত থওঁতে বোধহয় অলপ শব্দ হোবাত দেবদাসে চালে। তাৰ পিছত হাত বাঁওদি মাতি ক'লে, পাৰু, শুনি যোৱা।

পাৰ্ব্বতী লাহে লাহে ওচৰলৈ গৈ থিয় হ'ল। দেৱদাসে এবাৰ মাত্ৰ মুখখন তুলিলে, তাৰ পিছত বহুপৰ ব্যাপি শূন্য দৃষ্টিৰে পানীৰ ফালে চাই থাকিল। পাৰ্ব্বতীয়ে ক'লে, দেবদা মোক কিবা ক'ব খুজিছা•

দেবদাসে কোনোফালে নাচাই কলে, ওঁ, বহাঁ। পাৰ্ব্বতী

নবহিল, তলমূৰ কৰি থিয় দি থাকিল। কিন্তু কিছুপৰলৈ যেতিয়া কোনো কথাই নহ'ল, তেতিয়া পাৰ্ব্বতীয়ে এখোজ দুখোজ কৰি লাহে লাহে ঘাটৰ ফালে ঘূৰি যাব ধৰিলে। দেৱদাসে এবাৰ মুখখন দাঙি চালে, তাৰ পিছত আকৌ পানীৰ ফালে দৃষ্টি নিক্ষেপ কৰি কলে, শুনা।

পাৰ্ব্বতী ঘূৰি আহিল, কিন্তু তেতিয়াও দেৱদাসে আৰু একো কথা কব নোৱাৰিলে, সেই দেখি তাই আকৌ ঘূৰি গ'ল। দেৱদাস নিস্তব্ধ হৈ বহি থাকিল। অলপ পৰ পিছত সি ঘূৰি চাই দেখিলে পাৰ্ব্বতীয়ে পানী লৈ যাবৰ আযোজন কৰিব ধৰিছে। সি তেতিয়া বৰশী তুলি লৈ ঘাটৰ ওচৰত আহি থিয় দিলে, ক'লে, মই আহিছোঁ। পাৰ্ব্বতীয়ে কলহটো নমাই থলে, কথা নকলে।

মই আহিছোঁ পাৰু।

পাৰ্ব্বতীয়ে কিছুপৰ কথা নকই শেষত লাহেকৈ সুধিলে, কিয়?

তুমি লিখিছিলা, মনত নাইনে?

নাই।

কি কথা পাৰু। সিদিনা ৰাতিৰ কথা মনত নপৰে?

পৰে অবশ্যে। কিন্তু সেই কথাৰ আৰু কাম কি আছে?

তাইৰ কণ্ঠস্বৰ স্থিৰ, কিন্তু অতি ৰুক্ষ। কিন্তু দেৱদাসে তাৰ মৰ্ম্ম নুবুজিলে, ক'লে, মোক ক্ষমা কৰিবা পাৰু। মই তেতিয়া ইমানখিনি বুজা নাছিলো।

মনে মনে থাকা। সেইবোৰ কথা শুনিবলৈযো ভাল নালাগে মই যেনেকৈ পাৰোঁ আই-বোপাইৰ মত কৰাম। মাত্র তুমি—

পাৰ্ব্বতীয়ে দেৱদাসৰ মুখৰ ফালে এবাৰ চোকা দৃষ্টিপাত কৰি ক'লে, তোমাৰ আই-বোপাই আছে, মোৰ নাই নে? তেওঁলোকৰ মতামতৰ প্রয়োজন নাই নেকি?

দেৱদাসে লজ্জিত হৈ ক'লে নিশ্চয় আছে পাৰু, কিন্তু তেওঁ-লোকৰ অমত নাই, তুমি মাত্র—

কেনেকৈ জানিলা তেওঁলোকৰ অমত নাই? সম্পূর্ণ অমত।

দেৱদাসে হাঁহিবৰ ব্যৰ্থ চেষ্টা কৰি ক'লে, নহয়, তেওঁলোকৰ অকণো অমত নাই—সেইকথা মই জানো। মাত্র তুমি—

পাৰ্ব্বতীয়ে কথাৰ মাজতেই টান সুৰত কৈ উঠিল, মাত্র মই? তোমাৰ লগত? ছি। চকুৰ পলকতে দেৱদাসৰ দুইচকু জুইৰ দৰে জ্বলি উঠিল। টান মাতেৰে কলে, পাৰ্ব্বতী। মোক পাহৰি গ'লা নেকি?

প্রথমতে পাৰ্ব্বতীয়ে থতমত খালে, কিন্তু পিছ মুহূৰ্ত্ততে আত্ম-সংবৰণ কৰি শান্ত অথচ কঠিন সুৰত উত্তৰ দিলে, নাই, পাহৰিম কিয়? সৰুকালিৰ পৰাই তোমাৰ দেখা পাই আহিছোঁ জ্ঞান হোৱালৈকে তোমাক ভয় কৰি আহিছোঁ—তুমি কি সেইবাবে মোক ভয় দেখুৱাবলৈ আহিছা? কিন্তু মোকেই বা তুমি নিচিনা নে? এই বুলি তাই নির্ভীক চকুদুটা ধৰি থিয় দিলে।

প্রথমতে দেৱদাসৰ কথা নোলাল, পিছত কলে, চিৰদিন মোক ভয় কৰিযে আহিছা, আৰু একো নাইনে?

পাৰ্ব্বতীয়ে দৃঢ়স্বৰে কলে, নাই, আৰু একোৱে নাই।

সঁচা কৈছা ?

হয়, সঁচা কৈছোঁ। তোমাৰ ওপৰত মোৰ অকণো আস্থা নাই। মই যাৰ ওচৰলৈ যাব ওলাইছোঁ, তেখেতো ধনবান, বুদ্ধিমান, শান্ত আৰু স্থিৰ প্ৰকৃতিৰ। তেখেত ধাৰ্ম্মিক। মোৰ আই-বোপায়ে মোৰ মঙ্গল কামনা কৰে, সেইবাবে তেওঁলোকে তোমাৰ দৰে এজন অজ্ঞান, চঞ্চলমনা, দুৰ্দ্দান্ত লোকৰ হাতত মোক কোনোমতেই শোধাই নিদিয়ে। তুমি বাট এৰি দিয়া।

এবাৰ দেবদাসে অলপমান ইতস্ততঃ কৰিলে, এবাৰ যেন অলপমান বাট এৰি দিবলৈকো উদ্যত হ'ল, কিন্তু পিছ মুহূৰ্ত্ততে দৃঢ়পদে মূৰ দাঙি কলে, ইমান অহঙ্কাৰ।

পাৰ্ব্বতীয়ে কলে, কিয় নহব ? তুমি পাৰা, মই নোৱাৰোঁ নে ? তোমাৰ ৰূপ আছে, গুণ নাই, মোৰ ৰূপ আছে, গুণো আছে। তোমালোক ধনবান, কিন্তু মোৰ পিতায়ো ভিক্ষা কৰি নুফুৰে। তাৰ বাহিৰেও ইয়াৰ পিছত মই নিজেও তোমালোক কৈ কোনো বিষয়ে হীন হৈ নাথাকিম, সেইকথা তুমি জানানে ?

দেবদাস অবাক হৈ গ'ল।

পাৰ্ব্বতীয়ে আকৌ কৈ উঠিল, তুমি ভাবিছা যে মোৰ বহুতো ক্ষতি কৰিবা। বহুতখিনি নহলেও কিছুমান ক্ষতি কৰিব পাৰা, সেইটো মই জানো, ভাল, সেইটোকে কৰা। মোৰ মাত্ৰ বাট এৰি দিয়া।

দেবদাসে বিবুধি হৈ ক'লে, ক্ষতি কেনেকৈ কৰিম ?

পাৰ্ব্বতীয়ে তৎক্ষণাৎ কৈ দিলে, অপবাদ দি। তাকে দিযাগৈ, যোবা।

কথা শুনি দেৱদাস বজ্ৰাহতৰ দৰে চাই ৰ'ল। তাৰ মুখৰ পৰা মাত্ৰ ওলাল,—অপবাদ দিম মই।

পাৰ্ব্বতীযে বিহৰ দৰে ঈষৎ ক্ৰুৰ হাঁহি মাৰি কলে, যোবা, শেষ সময়ত মোব নামত এটা কলঙ্ক ৰটাই দিযা গৈ, সিদিনা ৰাতি তোমাৰ ওচৰলৈ মই অকলে গৈছিলোঁ। এই কথা চাৰিও-ফালে ৰাষ্ট্ৰ কৰি দিযা গৈ। মনত বহুতখিনি সান্তনা পাব পাৰিবা। কোবাৰ পিছত পাৰ্ব্বতীৰ দৰ্পিত খণ্ডাল ওঁঠ কঁপি কঁপি ৰৈ গ'ল।

কিন্তু দেৱদাসুৰ বুকুৰ ভিতৰডোখৰ খণ্ডত, অপমানত, অগ্ন্যুৎপাতৰ দৰে ভীষণ হৈ উঠিল। সি মুখৰ ভিতৰতে ক'লে মিছা দুৰ্ণাম ৰটাই মনৰ ভিতৰত সান্তনা পাম মই? আৰু তাৰ পিছ মুহূৰ্ত্ততে সি বৰশীৰ ডাঙৰ মুৰটো জোৰে ঘূৰাই লৈ ভীষণ ভাবে চিঞৰি ক'লে, শুনা পাৰ্ব্বতী, ইমান ৰূপ থকা ভাল নহয। অহঙ্কাৰ খুব বাঢ়ি যায। তাৰ পিচত মাতটো সৰুকৰি ফুচফুচাই ক'লে, দেখিবলৈ পোৱা নাই, চন্দ্ৰৰ ইমান ৰূপ থকা বাবেই তাত কলঙ্কৰ ক'লা দাগ, পদ্ম ইমান ধুনীয়া বাবেই তাত ক'লা ভোমোৰা বহি থাকে। আহা, তোমাৰো মুখত কিছু কলঙ্কৰ দাগ দি দিওঁ।

দেবদাসৰ সহ্যৰ সীমা অতিক্ৰম কৰিছিল। সি টান মুঠিৰে বৰশীৰ গুৰিৰ ফালটো ঘূৰাই লৈ জোৰেৰে পাৰ্ব্বতীৰ মুৰত কোব

মাৰি দিলে। লগে লগেই কপালৰ ওপৰডোখৰ বাওঁ ভূৰুৰ তললৈকে ফালি গ'ল। চকুৰ নিমিষতে গোটেই মুখখন তেজেৰে ভৰি গ'ল।

পাৰ্ব্বতীয়ে মাটিত বাগৰি পৰি ক'লে, দেবদা কি কৰিলা!

দেবদাসে বৰশীটো ডোখৰ ডোখৰকৈ ভাঙি পানীত ভঁৰাই দি স্থিৰভাবে উত্তৰ দিলে, বেছি একো নহয, সামান্য অলপমান কটা গৈছে মাত্ৰ।

পাৰ্ব্বতীয়ে আকুল কণ্ঠেৰে কান্দিবলৈ ধৰিলে, অ' দেবদা।

দেবদাসে নিজৰ পাতল চোলাটোৰ অলপমান ফালি লৈ পানীত তিযাই পাৰ্ব্বতীৰ কপালৰ ওপৰত বান্ধি দিব ধৰোঁতে ক'লে, ভয কি পাৰু। এই ঘা সোনকালে ভাল হৈ যাব—মাত্ৰ চিন থাকিব। যদি কোনোবাই কেতিযাবা এই কথা সোধে, মিছা কথা কবা, নহলে সঁচা কথা কৈ নিজৰ কলঙ্কৰ কথা নিজেই প্ৰকাশ কৰিবা।

আই-ঔ, আই-ঔ।

ছিঃ, এনেকুৱা নকৰিবা পাৰু। শেষ বিদাযৰ দিনা মাত্ৰ অলপমান মনত ৰখাৰ যোগ্য চিন থৈ গলোঁ। এনেকুৱা সোণৰ মুখ মাজে মাজে আইনাত নাচাবা জানোঁ? এইবুলি উত্তৰৰ বাবে অপেক্ষা নকৰি যাবলৈ ওলাল।

পাৰ্ব্বতীয়ে ব্যাকুল হৈ কান্দিবলৈ ধৰি ক'লে, দেবদা অ'—

দেবদাস ঘূৰি আহিল। চকুৰ কোণত এটোপা পানী।

অতিশয মৰমসনা মাতেৰে ক'লে, কিয় পাৰু?

কাকো যেন নোকোৱা।

দেৱদাসে নিমিষতে হালি থিয হৈ পাৰ্ব্বতীৰ চুলিৰ ওপৰত ওঁঠৰ পৰশ লগাই দি ক'লে,—তই কি মোৰ পৰ পাৰু? তোৰ মনত নাইনে, দুষ্টালি কৰা বাবে সৰুকালিত কিমানদিন তোৰ কাণ মলি দিছিলোঁ।

দেবদা-ক্ষমা কৰিবা মোক।

সেইকথা তই ক'ব নালাগে। সঁচাকৈযেনে পাৰু, মোক একেবাৰে পাহৰি গৈছ? কোনদিনা তোৰ ওপৰত খং কৰিছিলোঁ? কোনদিনাই বা ক্ষমা কৰা নাই?

দেবদা—

পাৰ্ব্বতী, তুমি তো জানা, মই বেছি কথা কব নোৱাৰোঁ, বেছি ভাবি চিন্তি কামো কৰিব নোৱাৰোঁ। যেতিয়া যি মন যায় কৰোঁ,—এই বুলি দেবদাসে পাৰ্ব্বতীৰ গা-মূৰে হাত দি আশীৰ্ব্বাদ কৰি কলে, তুমি ভালেই কৰিছা। মোৰ ওচৰত তুমি সুখ নাপালাহেঁতেন, কিন্তু তোমাৰ এই দেবদাদাৰ অক্ষয় স্বৰ্গবাস ঘটিলহেঁতেন।

এই সময়ত মথাউৰিৰ আনফালে কোনোবা আহিব ধৰিছিল। পাৰ্ব্বতীযে লাহে লাহে পানীত নামিল। দেৱদাস গুচি গ'ল। পাৰ্ব্বতী যেতিযা ঘৰলৈ ঘূৰি আহিল, তেতিয়া বেলা ভাটি দিছে। আইতাকে তাইৰ ফালে নাচায়ে ক'লে, পাৰু, পুখুৰী খান্দি পানী আনিলি নেকি?

কিন্তু তেওঁৰ মুখৰ কথা মুখতেই বৈ গ'ল। পাৰ্ব্বতীৰ মুখৰ

ফালে চোবা মাত্রেই চিঞঁৰি উঠিল, আই-ঔ, এই সৰ্ব্বনাশ কেনেকৈ হ'ল? কটা ডোখৰৰ পৰা তেতিযাও তেজ ওলাযে আছিল। প্ৰায গোটেইখন কাপোৰেই তেজেৰে ৰাঙলি হৈছে। কান্দি ক'লে আঐ, মাঐ। তোৰ যে বিযা পাৰু।

পাৰ্ব্বতীযে স্থিৰভাবে কলহ নমাই থ'লে। মাকে আহি কান্দি কান্দি সুধিলে, এই সৰ্ব্বনাশ কেনেকৈ হ'ল পাৰু।

পাৰুযে সহজভাবে ক'লে, ঘাটত ভৰি পিচলি পৰি গৈছিলোঁ। ইটাত মূৰ লাগি কটা গৈছে।

তাৰ পিছত সকলোৱে মিলি শুশ্ৰূষা কৰিবলৈ ধৰিলে। দেবদাসে সঁচা কথাই কৈছিল, আঘাত বেছি নহয। চাৰি পাঁচ দিনতে শুকাই গ'ল। আৰু আঠ দহ দিন এনেযে গ'ল। তাৰ পিছত এদিনাখন ৰাতি হাতীপোতা গাওঁৰ জমিদাৰ শ্ৰীযুত ভুবনমোহন চৌধুৰী দৰা সাজি বিযা কৰাবলৈ আহিল। উৎসৱত তেনেকুৱা আডম্বৰ নহ'ল। ভুবন চৌধুৰী নিৰ্ব্বোধ মানুহ নাছিল, প্ৰৌঢ বযসত আকৌ বিযা কৰাবলৈ আহি লৰা সজাটো ভাল নহয বুলি ভাবিলে।

দৰাৰ বযস ছুকুৰিৰ তল নহয, অলপ ওপৰ, বগা বৰণৰ শকত আৱত, বেচ নন্দদুলাল যেন চেহেৰা, কেচাই পকাই মিহলি গোঁফ, মূৰৰ আগফালে অলপ টপা। দৰা দেখি কিছুমানে হাঁহিলে, কিছু মনে মনে থাকিল। ভুৱন চৌধুৰীযে শান্ত গম্ভীৰ মুখে কিছু পৰিমাণে যেন অপৰাধীৰ দৰে চন্দ্ৰাতপৰ তলত আহি থিয় হ'ল। কাণমলা প্ৰভৃতি অত্যাচাৰ উপদ্ৰৱ নহ'ল, কাৰণ

ইমান বিজ্ঞ গম্ভীৰ মানুহৰ কাণলৈ কাৰো হাত নুঠিল। শুভদৃষ্টিৰ সময়ত পাৰ্ব্বতীয়ে ঘোপাকৈ চাই থাকিল। ওঁঠৰ কোণত অলপ হাঁহিৰ ৰেখা—ভুবন চৌধুৰীয়ে ল'ৰাটিৰ দৰে তলৰ ফালে দৃষ্টি অৱনত কৰিলে। চুবুৰিৰ ছোৱালীবিলাকে খিল-খিলাই হাঁহি উঠিল। চক্ৰবৰ্ত্তী ডাঙৰীযাই লৰাধপৰা কৰি ফুৰিব লাগিলে। প্ৰবীন জোৱাঁযেকক লৈ তেওঁ কিছু ব্যস্ত হৈ পৰিছিল।

জমিদাৰ নাৰাযণ মুখাৰ্জ্জী আজি কন্যা কৰ্ত্তা। পাকৈত মানুহ—কোনো পক্ষত কোনো ফালৰ পৰাই ক্ৰুটি নহ'ল। শুভ-কৰ্ম্ম সুশৃঙ্খলভাবে সমাধা হৈ গ ল।

পিছদিনা বাতিপুৱা চৌধুৰী ডাঙৰীয়াই একপেৰা অলঙ্কাৰ উলিযাই দিলে। পাৰ্ব্বতীৰ সৰ্ব্বাঙ্গত সেইবোৰ জলমলাই উঠিল। আযেকে দেখি কাপৰৰ আঁচলোৰে চকুৰ কোণ মচি পেলালে। ওচৰতে জমিদাৰ গৃহিণী থিয হৈ আছিল, তেখেতে সস্নেহে তিৰস্কাৰ কৰি ক'লে, আজি চকুলো টুকি অকল্যাণ নকৰিবা।

গধূলিৰ কিছু আগতে মনোৰমাই পাৰ্ব্বতীক এটা নিৰ্জ্জন ঘৰলৈ টানি লৈ গৈ আশীৰ্ব্বাদ কৰিলে, যি হ'ল, ভালেই হ'ল।

এতিযাৰ পৰা চাবি কিমান সুখত থাকিবি।

পাৰ্ব্বতীয়ে অলপ হাঁহি ক'লে, এৰা থাকিম। যমৰ লগত কালিয়েই অলপ চিনাকি হৈছে নহয।

এইবোৰ কি কথা কৈছ।

সময়ত সকলো দেখিবলৈ পাবা। মনোৰমাই তেতিয়া অন্য

কথা আৰম্ভ কৰিলে , ক'লে, ইচ্ছা হয় এবাৰ দেৱদাসক মাতি আনি এই সোণৰ প্ৰতিমা দেখুবাওঁ।

পাৰ্ব্বতীৰ যেন চমক ভাঙ্গিল—পাৰিবা বাইদেউ ? এবাৰ মাতি আনিব নোবাৰিবা জানো ?

কণ্ঠস্বৰত মনোৰমা শিহৰি উঠিল—কিয পাৰু।

পাৰ্ব্বতীয়ে হাতৰ বালা ঘূৰাই ঘূৰাই অন্যমনস্ক হৈ ক'লে, এবাৰ ভৰিৰ ধূলি মূৰত লম—আজি যাম নহয।

মনোৰমাই পাৰ্ব্বতীক বুকুৰ মাজলৈ টানি আনিলে, দুযোজনে বৰকৈ কান্দিলে। গধূলি হৈছে, ঘৰ আন্ধাৰ আইতাকে দুবাৰ ঠেলি বাহিৰৰ পৰাই ক'লে, অ' পাৰু, অ' মনো' তহঁত বাহিৰলৈ আহ আইহঁত।

সেই ৰাতিযেই পাৰ্ব্বতী স্বামীৰ ঘৰলৈ গুচি গ'ল।

## নবম পৰিচ্ছেদ

আকৌ দেবদাস। সেই ৰাতিটো সি কলিকতাত ইডেন গার্ডেনৰ এখন বেঞ্চৰ ওপৰত বহি কটাই দিলে। তাৰ খুব যে দুখ লাগি আছিল, যন্ত্রণাত মর্ম্মভেদ হৈছিল, তেনে নহয়। এবিধ শিথিল ঔদাস্যভাৱ লাহে লাহে বুকুৰ মাজত জমা হৈ উঠিব ধৰিছিল। টোপনিৰ মাজত শৰীৰৰ কোনো এটা অঙ্গত হঠাৎ পক্ষাঘাত হলে, টোপনি ভঙাত সেইটোৰ ওপৰত যেনেকৈ আধিপত্য বিচাৰি পোৱা নাযায়, আৰু বিস্মিত, স্তম্ভিত মনে মুহূর্ত্ততে ঠিক ধৰিব নোৱাৰে, কিয় তাৰ আজন্ম-সঙ্গী, চিৰদিনৰ বিশ্বাসী অঙ্গটোৱে তাৰ আহ্বানত সঁহাৰি নিদিয়া হৈছে, তাৰ পিছত লাহে লাহে বুজিব পৰা যায়, লাহে লাহে জ্ঞান জন্মে যে এইটো আৰু তাৰ নিজৰ হৈ থকা নাই, দেৱদাসে এনেকৈয়ে লাহে লাহে গোটেই ৰাতিটোৱে বুজি আছিল যে সময়ত সংসাৰ-খনৰ অকস্মাৎ পক্ষাঘাত হোৱাত তাৰ লগত চিৰদিনৰ বাবে বিচ্ছেদ হৈ গৈছে। এতিয়া তাৰ ওপৰত মিছা খং অভিমান আৰু একোৱে নাথাটে। পুৰণি অধিকাৰৰ কথাটো ভবাটোৱেই ভুল হব। তেতিয়া বেলি উঠিব ধৰিছিল। দেবদাসে উঠি থিয় দি ভাবিলে, কলৈ যাওঁ। হঠাৎ মনত পৰিল তাৰ কলিকতাৰ ঘৰটো। তাত চুণিলাল আছে। দেৱদাসে যাবলৈ ধৰিলে। বাটত দু'বাৰমান ঠেলা খালে, উজুটি খাই আঙুলি

তেজেৰে ৰাঙলি কৰিলে—পাক খাই এজনৰ গাৰ ওপৰত পৰিব ধৰিছিল, সি মাতাল বুলি ভাবি ঠেলা মাৰি দিলে, এনেকৈ ঘূৰি ঘূৰি দিনৰ শেষত মেছৰ দুবাৰমুখত আহি থিয় দিলে। চুণিলাল তেতিয়া সাজপাৰ পিন্ধি বাহিৰলৈ ওলাব ধৰিছিল—ইকি, দেবদাস দেখোন ?

দেবদাসে নীৰবে চাই থাকিল। কেতিয়া আহিলা বাৰু ? মুখ শুকান, গা-ধোৱা, খোৱা-ধোৱা কৰা নাই—ই কি—ই কি ? দেবদাস বাটৰ ওপৰতেই বহিব ধৰিছিল। চুণিলালে হাতত ধৰি ভিতৰলৈ লৈ গ'ল। নিজৰ বিছনাৰ ওপৰত বহুৱাই সুস্থিৰ হোৱাৰ পিছত সুধিলে, ঘটনা কি দেবদাস ?

কালি ঘৰৰ পৰা আহিছোঁ।

কালি ? তেনেহলে গোটেই দিনটো ক'ত আছিলা। ৰাতিযে বা আছিলা ক'ত ?

ইডেন গাৰ্ডেনত।

বলিয়া হৈছা নেকি ? কি হৈছে কোৱাঁচোন ?

শুনি কি হ'ব ?

নোকোৱা যদি এতিয়া খোৱা-বোৱা কৰা। তোমাৰ মাল-পত্ৰ ক'ত ?

একোকে অনা নাই।

ভাল বাৰু, এতিয়া খাবলৈ বহা।

তেতিয়া চুণিলালে জোৰ কৰি কিছু খুৱাই, বিছনাত শুবলৈ আদেশ দি দুৱাৰ বন্ধ কৰিব ধৰোঁতে ক'লে, অলপ টোপনি

যাবলৈ চেষ্টা কৰা, ৰাতি আহি তোমাক জগাম। এই বুলি কৈ সি তেতিযাৰ কাৰণে গুচি গ'ল। ৰাতি দহবজাৰ ভিতৰতে সি ঘূৰি আহি দেখিলে, দেবদাস তাৰ বিছনাত গভীৰ টোপনিত অচেতন। নামাতি সি নিজে এখন কম্বল টানি নি তলত কঠ পাৰি শুই থাকিল। গোটেই ৰাতিটোৰ ভিতৰত দেৱদাসৰ টোপনি নাভাঙিল, ৰাতিপুৱাও নাভাঙিল। বেলা দহবজাৰ সময়ত সি উঠি বহি ক'লে, কেতিয়া আহি পালা ?

এইমাত্ৰ আহিছোঁ।

তেনেহলে তোমাৰ কোনো ৰকম অসুবিধা হোৱা নাই ?

একো হোৱা নাই।

দেবদাসে কিছুপৰ তাৰ মুখৰ ফালে চাই থাকি ক'লে, চুণি, মোৰ যে একোকে নাই, তুমি মোক প্ৰতিপালন কৰিবা ?

চুণিলালে হাঁহিলে। সি জানিব পাৰিছিল, দেৱদাসৰ পিতাক বৰ ধনী মানুহ। সেইবাবে হাঁহি ক'লে, মই প্ৰতিপালন কৰিম। ভাল কথা। তোমাৰ যিমানদিন ইচ্ছা থাকা, কোনো চিন্তা নাই।

চুণিবাবু, তোমাৰ আয় কিমান ?

ভাই, মোৰ আয অতি সামান্য। ঘৰত কিছু সম্পত্তি আছে, সেইবোৰ ককাইদেউৰ তত্ত্বাবধানত ৰাখি ইয়াতে বাস কৰোঁ। তেওঁ প্ৰতি মাহে সত্তৰ টকা হিচাপে পঠাই দিয়ে। ইয়াৰ দ্বাৰাই তোমাৰ আৰু মোৰ স্বচ্ছন্দে চলি যাব।

তুমি ঘৰলৈ নোযোৱা কিয় ?

চুণিলালে মুখখন অলপ ঘূৰাই ক'লে, সেইবোৰ বহু কথা।

দেৱদাসে আৰু একো সুসুধিলে। ক্রমে খোৱাৰ আহ্বান আহিল। তাৰ পিছত দুযোজন স্নানাহাৰ শেষ কৰি আকৌ ঘৰত আহি বহাত চুণিলালে ক'লে, দেৱদাস,—দেউতাৰাৰ লগত কাজিয়া কৰিছা ?

নাই কৰা।

আৰু কাৰোবাৰ লগত ?

দেৱদাসে তেনেকৈয়ে উত্তৰ দিলে, নাই।

তাৰ পিছত চুণিলালৰ হঠাৎ অইন কথা মনত পৰিল। ক'লে, এৰা, তোমাৰ যে এতিযাও বিযাই হোৱা নাই।

এই সময়ত দেৱদাসে অন্যফালে মুখ ঘূৰাই শুই পৰিল। অলপ পৰতে চুণিলালে দেখিলে দেৱদাস টোপনিত পৰিছে। এনেকৈ শুই থাকোঁতে আৰু দু'দিন অতীত হ'ল। তৃতীয় দিনা ৰাতিপুৱা দেৱদাস সুস্থ হৈ উঠি বহিল। মুখৰ পৰা সেই মলিন অন্ধকাৰভাব বহুখিনি আঁতৰি যোৱা যেন বোধ হ'ল। চুণিলালে সুধিলে, আজি শৰীৰ কেনে ?

বোধকৰো বহুতখিনি ভাল। বাৰু চুণিবাবু, ৰাতি ৰাতি তুমি ক'লৈ যোৱা ? আজি চুণিলালে লাজ পালে, ক'লে, এৰা যাওঁ অৱশ্যে, কিন্তু সেই কথা কিয় ? বাৰু, তুমি কিয আৰু কলেজলৈ নোযোৱা ?

নাযাওঁ—লিখাপঢ়া এৰি দিছোঁ।

দূৰ, সিও হব পাৰেনে ? দু'মাহমান পিছতেই তোমাৰ

পৰীক্ষা। পঢ়াশুনাও তোমাৰ বেয়া হোৱা নাই এইবাৰ কিন্তু পৰীক্ষা নিদিবা।

নিদিওঁ। পঢ়া এৰি দিছোঁ।

চুণিলাল মনে মনে থাকিল। দেবদাসে আকৌ সুধিলে, ক'লৈ যোৱা—নকবা নেকি ? তোমাৰ লগত মযো যাম।

চুণিলালে দেবদাসৰ মুখৰ ফালে চাই ক'লে, কি কথা জানা নে দেবদাস, মই খুব ভাল ঠাইলৈ নাযাওঁ। দেবদাসে যেন নিজৰ মনতে ক'লে, ভাল আৰু বেয়া ? সাৰ-গোবৰ নোহোৱা কথা, চুণিবাবু, মোক লগত নিনিবা ?

নিব পাৰোঁ। কিন্তু তুমি যাব নালাগে।

নহয মই যামেই। যদি ভাল নালাগে আৰু নহয নাযাম। কিন্তু তুমি যি সুখৰ আশাত প্ৰতিদিন উদগ্ৰীব হৈ থাকা—যিয়ে হ'ক চুণিবাবু, মই নিশ্চয যাম।

চুণিলালে মুখ ঘূৰাই অলপ হাঁহিলে, মনে যনে ক'লে, মোৰ অবস্থা। মুখত ক'লে, ভাল, তেনেহলে যাবা।

আবেলি ধৰ্ম্মদাস মালপত্ৰ লৈ উপস্থিত হ'ল। দেবদাসকে দেখি কান্দি পেলালে—দেববোপা, আজি তিনি চাৰি দিনৰ পৰাই আয়ে যে কিমান কান্দিছে—

কিয ?

একো নকৈ হঠাৎ গুচি আহিলা কিয় ? এখন চিঠি উলিয়াই হাতত দি ক'লে আইৰ চিঠি।

চুণিলালে ভিতৰুৱা খবৰ বুজিবলৈ আগ্ৰহেৰে চাই থাকিল।

দেবদাসে চিঠিখন পঢ়ি থৈ দিলে। মাকে ঘৰলৈ যাবৰ বাবে তাক অনুৰোধ কৰি লিখিছে। গোটেইখন ঘৰৰ ভিতৰত তেৱেঁ মাত্ৰ দেবদাসৰ অকস্মাৎ অন্তৰ্ধান হোবাৰ কাৰণ কিছু অনুমান কৰিব পাৰিছিল। ধৰ্ম্মদাসৰ হাতেদি বহুত টকাও লুকাই পঠাই দিছিল। ধৰ্ম্মদাসে সেইবোৰ হাতত দি ক'লে, দেববোপা ঘৰলৈ ব'লা।

মই নাযাওঁ। তই উলটি যা।

ৰাতি দুই বন্ধুৱে সাজপাৰ পিন্ধি বাহিৰলৈ ওলাল। দেবদাসৰ এই বিলাকত তিমান প্ৰবৃত্তি নাছিল, কিন্তু চুণিলালে কোনোমতে সাধাৰণ সাজপাৰ পিন্ধি যাবলৈ মান্তি নহ'ল। ৰাতি ন'বজাৰ সময়ত এখন গাড়ী কেৰেযা কৰি চিৎপুৰৰ এটা দুমহলা ঘৰৰ সমুখত আহি উপস্থিত হ'ল। চুণিলালে দেবদাসৰ হাতত ধৰি ভিতৰলৈ সোমাল। গিৰিহঁতনীৰ নাম—চন্দ্ৰমুখী, তাই আহি অভ্যৰ্থনা কৰি নিলে। এইবাৰ দেৱদাসৰ সৰ্ব্বশৰীৰ জ্বালা কৰি উঠিল। সি যে এই কেইদিন ধৰি নিজৰ অজ্ঞাতসাৰে নাৰীদেহৰ ছাযাৰ ওপৰতো বিমুখ হৈ উঠিছিল, এই কথা সি নিজেই নাজানিছিল। চন্দ্ৰমুখীকে দেখাপোৱা মাত্ৰেই অন্তৰৰ প্ৰবল ঘৃণা দাবানলৰ দৰে বুকুৰ ভিতৰত প্ৰজ্বলিত হৈ উঠিল। চুণিলালৰ মুখৰ ফালে চাই ভ্ৰূকুটি কৰি ক'লে, চুণিবাবু, এযা কোন দুৰ্ভগীযা ঠাইলৈ মোক আনিলা? তাৰ তীব্ৰ কণ্ঠ আৰু চকুৰ দৃষ্টি দেখি চন্দ্ৰমুখী আৰু চুণিলাল উভয়েই বিবুধি হৈ গ'ল। পিছ মুহূৰ্ত্ততেই চুণিলালে নিজক চম্ভালি লৈ দেৱদাসৰ এখন

হাতত ধৰি কোমল সুৰত ক'লে, ব'লা, ব'লা, ভিতৰলৈ গৈ বহোঁ।

দেবদাসে আৰু একো নকলে—ঘৰৰ ভিতৰলৈ আহি তলৰ বিছনাত বিষণ্ন মনে তলমূৰ কৰি বহিল। চন্দ্ৰমুখীও নীৰবে ওচৰত বহি গ'ল। দাসীয়ে ৰূপখটোৱা হোকাত ধপাত সজাই আনি দিলে। দেবদাসে স্পৰ্শও নকৰিলে। চুণিলাল মুখ ওলোসাই চুপ মাৰি বহি থাকিল। দাসীজনীয়ে কি কৰিব ভাবি নাপাই অবশেষত চন্দ্ৰমুখীৰ হাততেই হোকাটো দি প্ৰস্থান কৰিলে। তাই দুই এবাৰ টানিবৰ সময়ত দেবদাসে চোকা দৃষ্টিৰে তাইৰ মুখৰ ফালে চাই থাকি হঠাৎ অতিশয় ঘৃণাৰে কৈ উঠিল, কি অসভ্য আৰু কি জঘন্য দেখিবলৈ।

ইতিপূৰ্ব্বে চন্দ্ৰমুখীক কোনেও কেতিয়াও কথাত ঠগাব পৰা নাই। তাইক জব্দ কৰা সহজ কথা নহয়। কিন্তু দেবদাসৰ এই আন্তৰিক ঘৃণাসূচক সবল উক্তি আৰু টান কথা তাইৰ অন্তৰত প্ৰবেশ কৰিলে গৈ। ক্ষন্তেক সময়ৰ বাবে তাই হতবুদ্ধি হৈ গ'ল। কিন্তু অলপ সময় পিছত আৰু দু'বাৰমান গড্ গড্ শব্দ হ'ল কিন্তু চন্দ্ৰমুখীৰ মুখেদি আৰু ধোঁবা নোলাল। তেতিয়া চুণিলালৰ হাতত হোকাটো দি তাই এবাৰ দেবদাসৰ ফালে চালে, তাৰ পিছত নিঃশব্দে বহি থাকিল। তিনিওজনেই নিৰ্ব্বাক। মাত্ৰ হোকাৰ গুৰ গুৰ্ শব্দ হব ধৰিছে, কিন্তু সিও যেন খুব ভয় ভয়কৈ। বন্ধুমণ্ডলীৰ মাজত তৰ্কাতৰ্কি হৈ থকাত হঠাৎ এটা নিৰৰ্থক কাজিয়া হৈ গ'লে, প্ৰত্যেকে যেনেকৈ নীৰৱে

নিজৰ মনত ওফন্দি থাকে আৰু ক্ষুব্ধ চিত্তই মিছামিছিকৈ কৈ থাকে, এৰা কি হ'ল। তেনেভাবে তিনিওজনে মনে মনে কবলৈ ধৰিলে, এৰা, কি হ'ল। কেনেকুৱা কথা হ'ল।

যিভাবেই হ'ক, কোনেও মনত শান্তি পোৱা নাছিল। চুণিলালে হোকা থৈ দি তললৈ নামি গ'ল বোধকৰো অইন কোনো কাম বিচাৰি নাপালে সেইবাবে। ঘৰৰ ভিতৰত তুয়োজন বহি থাকিল। দেৱদাসে মুখখন দাঙি ক'লে, তুমি টকা নিয়া?

চন্দ্ৰমুখীয়ে হঠাতে উত্তৰ দিব নোবাৰিলে। আজি তাইৰ চব্বিশ বছৰ বয়স হৈছে। এই ন-দহ বছৰৰ ভিতৰত কিমান বিভিন্ন প্ৰকৃতিৰ মানুহৰ লগত তাইৰ ঘনিষ্ঠ পৰিচয় হৈছে, কিন্তু এনেকুৱা আচৰিত মানুহ তাই এদিনো দেখা নাই। অলপ লোধোৰ-মোধৰ কৰি ক'লে, আপোনাৰ যেতিয়া ভৰিৰ ধূলি পৰিছে—

দেবদাসে কথাষাৰ শেষ কৰিব নিদিয়ে কৈ উঠিল, ভৰিৰ ধূলিৰ কথা নহয়। টকা লোবা নহয়নে?

লওঁ অবশ্যে। নহলে আমাৰ চলিব কিহেৰে?

হৈছে, সিমান শুনিব নোখোজোঁ। এই বুলি সি জেপত হাত দি এখন নোট উলিয়ালে আৰু চন্দ্ৰমুখীৰ হাতত দিয়েই যাবলৈ সাজু হ'ল—এবাৰ নাচালেও কিমান টকা দিলে।

চন্দ্ৰমুখীয়ে বিনীতভাবে ক'লে, এতিয়াই যায়নে?

দেৱদাসে কথা নকলে, বাৰাণ্ডাত আহি থিয় দিলে।

চন্দ্ৰমুখীৰ এবাৰ ইচ্ছা হ'ল, টকাখানি ঘূৰাই দিযে ; কিন্তু কেনেকুৱা এটা তীব্ৰ সঙ্কোচভাৱ অহা বাবে নোৱাৰিলে, অথবা বোধকৰোঁ তাইৰ অলপ ভযো হৈছিল। তাৰ বাহিৰে তেওঁলোকৰ বহুতো লাঞ্ছনা-গঞ্জনা আৰু অপমান সহ্য কৰা অভ্যাস আছে বাবেই নিৰ্ব্বাক, নিস্পন্দ হৈ চৌকাঠত ধৰি থিয দি থাকিল। দেৱদাস খটখটিযেদি তললৈ নামি গ'ল।

খটখটিৰ বাটতেই চুণিলালৰ লগত সাক্ষাৎ হ'ল। সি আচৰিত হৈ সুধিলে, ক'লৈ যোৱা দেৱদাস?

ঘৰলৈ যাওঁ।

ই আকৌ কি কথা?

দেবদাসে আৰু দুই তিনিটা খটখটি নামি আহিল।

চুণিলালে ক'লে, ব'লা, মযো যাওঁ।

দেৱদাসে ওচৰলৈ আহি তাৰ হাতত ধৰি ক'লে, ব'লা।

অলপ পৰ থিয দিয়া এবাৰ ওপৰৰ পৰা আহোঁ।

নহয, মই যাওঁ, তুমি পিছত আহিবা, এই বুলি দেৱদাস গুচি গ'ল।

চুণিলালে ওপৰলৈ আহি দেখিলে, চন্দ্ৰমুখী তেতিয়াও সেইভাবে চৌকাঠত ধৰি থিয হৈ আছে।

তাক দেখা পাই ক'লে, বন্ধু গুচি গ'ল?

ওঁ।

চন্দ্ৰমুখীযে হাতত থকা নোটখন দেখুৱাই ক'লে, এই চোৱাঁ।

কিন্তু ভাল বুলি ভাবা যদি লৈ যোবা, তোমাৰ বন্ধুক ঘূৰাই দিবা।

চুণিলালে ক'লে, তেওঁ ইচ্ছা কৰি দি গৈছে, মই কিয ঘূৰাই লৈ যাম?

ইমান পৰৰ মূৰত চন্দ্ৰমুখীয়ে অলপ হাঁহিব পাৰিলে, কিন্তু হাঁহিত আনন্দ নাছিল। ক'লে, ইচ্ছা কৰি নহয়, আমি টকা লোবা বাবে খং কৰি দি গৈছে। বাৰু চুণিবাবু, মানুহজন বলিয়া নেকি?

অলপো নহয়। কিন্তু আজি কেইদিনমানৰ পৰা বোধকৰোঁ তাৰ মনটো ভাল নহয়।

কিয মন ভালে নাই—কিবা জানানে?

সেইকথা নাজানোঁ। বোধকোৰোঁ ঘৰত কিবা অশান্তি। তেনেহলে ইয়ালৈ আনিলা কিয।

মই আনিব খোজা নাই, তেওঁ নিজে জোৰ কৰি আহিছিল।

চন্দ্ৰমুখী এইবাৰ আচলতে বিস্মিত হ'ল। ক'লে, জোৰ কৰি আহিছিল? নিজে আহিছিল? সকলো কথা জানি?

চুণিলালে অলপ ভাবি ক'লে, সেযেতো। সকলোবোৰেই তো তাৰ জনা আছিল। মই তো আৰু ভুলাই অনা নাই।

চন্দ্ৰমুখীয়ে কিছুপৰ মনে মনে থাকি কিবা ভাবি ক'লে, চুণি, মোৰ এটা উপকাৰ কৰিবানে?

কি?

তোমাৰ বন্ধু ক'ত থাকে?

মোৰ লগত।

আৰু এদিন তেওঁক আনিব পাৰিবানে ?

বোধকৰো নোবাৰিম। ইযাৰ আগতো কেতিয়াও তেওঁ এইবোৰ ঠাইলৈ অহা নাই, পিছেও বোধকৰোঁ আৰু নাহিব। কিন্তু কিয় কোবাচোন ?

চন্দ্ৰমুখীয়ে অলপ ম্লান হাঁহি মাৰি কলে, চুণি যেনেকৈয়ে হ'ক ভোল নিযাই আৰু এবাৰ তেওঁক আনিবা।

চুণিযে হাঁহিলে , চকুৰে টিপ মাৰি ক'লে, ডাবি থায়ে প্ৰেমত পৰিলা নেকি ?

চন্দ্ৰমুখীযে হাঁহিলে , ক'লে, নোচোৱাকৈ নোট দি যায় এইটো বুবুজিলানে ?

চুণিয়ে চন্দ্ৰমুখীক কিছু পৰিমাণে চিনিব পাৰিছিল। মুৰ জোকাৰি ক'লে, নহয নহয়, নোট-ফোটৰ মানুহ বেলেগ , তুমি সেই মানুহ নোহোবা। কিন্তু আচল কথাটা কি কোৱাচোন ?

চন্দ্ৰমুখীযে ক'লে, সঁচা কৈয়ে অলপ মাযা জন্মিছে।

চুণিয়ে বিশ্বাস নকৰিলে। হাঁহি ক'লে, এই পাঁচ মিনিটৰ ভিতৰতে ?

এইবাৰ চন্দ্ৰমুখীয়েও হাঁহিবলৈ ধৰিলে। ক'লে, হ'ক বাৰু। মন ভাল হ'লে আৰু এদিনা আনিবা—আৰু এবাৰ চাম। আনিবা তো ?

কেনেকৈ কওঁ ?

মোৰে শপত।

ভাল, চাম বাৰু।

## দশম পৰিচ্ছেদ

পাৰ্ব্বতীয়ে আহি দেখিলে তাইৰ স্বামীৰ বৰ ডাঙৰ ঘৰ-বাৰী। নতুন চাহাবী-ধৰণৰ নহয়, পুৰণি-কলীয়া ধৰণৰ। সদৰ-মহল, অন্দৰ-মহল, পূজাৰ পকী-ঘৰ, নাট-মন্দিৰ, অতিথি-শালা, কছাৰী-ঘৰ, ভঁৰাল-ঘৰ, কিমানবিলাক দাস দাসী, পাৰ্ব্বতী অবাক হৈ গ'ল। তাই শুনিছিল, তাইৰ স্বামী ডাঙৰ মানুহ, জমিদাৰ। কিন্তু ইমানখিনি ভবা নাছিল। অভাৱ মাত্র মানুহৰ। আত্মীয়, কুটুম্ব-কুটুম্বিনী কেও প্ৰায় নাই। ইমান ডাঙৰ অন্দৰ-মহল জনশূন্য। পাৰ্ব্বতী বিযাৰ কইনা, একেবাৰে গৃহিণী হৈ পৰিল। ঘৰৰ ভিতৰলৈ বৰণ কৰি নিবলৈ এজনী বুঢ়ী পেহীযেক আছিল। এওঁৰ বাহিৰে কেৱল দাসদাসীৰ দল।

সন্ধিযাৰ আগতে এজন সুন্দৰ সুঠাম, কুৰি-বছৰীযা ডেকাই সেৱা কৰি থিয দি ক'লে, "আই মই, তোমাৰ বৰ ল'ৰা।"

পাৰ্ব্বতীয়ে ওৰণিৰ মাজেদি অলপ চালে, কথা নকলে। সি আৰু এবাৰ সেৱা কৰি ক'লে, "আই, মই তোমাৰ বৰ ল'ৰা—সেৱা কৰোঁ।"

পাৰ্ব্বতীয়ে দীঘল ওৰণিখন কপালৰ ওপৰলৈ তুলি লৈ এইবাৰ কথা ক'লে। লাহেকৈ ক'লে, আহা বোপা, আহা।

ল ৰাটিৰ নাম মহেন্দ্ৰ। সি কিছুপৰ পাৰ্ব্বতীৰ মুখৰ ফালে অবাক হৈ চাই থাকিল, তাৰ পিছত ওচৰত বহি বিনযৰ সুৰত

কবলৈ ধৰিলে, "আজি দু'বছৰ হ'ল আমি আইক হেৰুৱাইছোঁ। এই দু'বছৰ আমাৰ দুখ-কষ্টতে দিন গৈছে। আজি তুমি আহিছা —আশীৰ্ব্বাদ কৰা, আই, এইবাৰ যেন সুখত থাকিবলৈ পাওঁ।

পাৰ্ব্বতীয়ে বেছ সহজভাবেই কথা ক'লে। কিয়নো একেবাৰে গৃহিণী হব লাগিলে বহুতো কথা জানিবৰ আৰু ক'বৰ প্ৰযোজন হব। এই আখ্যান বহুতৰ ওচৰতে হয়তো অলপ অস্বাভাবিক লাগিব। কিন্তু যিসকলে পাৰ্ব্বতীক আৰু অলপ ভালকৈ বুজিছে, তেওঁলোকে দেখা পাব, অৱস্থাৰ এই নানান পৰিবৰ্ত্তনে পাৰ্ব্বতীক তাইৰ বয়সতকৈ বহুতখিনি পকা কৰি তুলিছিল। ইযাৰ বাহিৰেও নিৰৰ্থক লাজ-মান, অহেতুক জড়তা সঙ্কোচ, তাইৰ কোনোদিনাই নাছিল। তাই সুধিলে, মোৰ আনবোৰ ল'ৰা-ছোৱালী ক'ত বোপা ?

মহেন্দ্ৰই অলপ হাঁহি ক'লে, কওঁ। তোমাৰ বৰ ছোৱালী, মোৰ সৰু ভনী শহুৰেকৰ ঘৰত আছে। মই চিঠি দিছিলোঁ, কিন্তু যশোদা কোনোমতে আহিব নোবাৰিলে।

পাৰ্ব্বতীয়ে দুখ পালে, সুধিলে, আহিব নোৱাৰিলে নে ইচ্ছা কৰিয়ে নাহিল ?

মহেন্দ্ৰই লাজ পাই ক'লে, ঠিক নেজানো আই।

কিন্তু তাৰ কথাৰ আৰু মুখৰ ভাবত পাৰ্ব্বতীয়ে বুজিলে, যশোদা খং কৰিযে অহা নাই, ক'লে, আৰু মোৰ সৰু ল'ৰা ?

মহেন্দ্ৰই ক'লে, সি সোনকালে আহিব। কলিকতাত আছে, পৰীক্ষা দিয়ে আহিব।

ভুৱন চৌধুৰীযে নিজেই জমিদাৰীৰ কাজকৰ্ম্ম তদাৰক কৰে। তাৰ বাহিৰেও নিজহাতে সদায শালগ্ৰাম শিলা পূজা কৰে, ব্ৰত নিয়ম-উপবাস, গোঁসাই-ঘৰ আৰু অতিথি-শালাত সাধু-সন্ন্যাসীৰ পৰিচৰ্য্যা, এই সকলো কামত তেওঁৰ ৰাতিপুবাৰ পৰা ৰাতি দহ-এঘাৰ বজালৈ সময অতিবাহিত হয। নতুনকৈ বিযা কৰোৱাৰ ফলতো কোনো প্ৰকাৰ নতুন আমোদ-আহ্লাদ প্ৰকাশ নাপালে। ৰাতি কোনোদিনা ভিতৰলৈ আহে, কোনোদিনা বা নাহে। আহিলেও খুব কম কথা-বতৰা পাতে, বিছনাত শুই কাষৰ গাৰুটো টানি লৈ চকু দুটা মুচি খুব বেছি ক'লেও কয, বুজিছা, তুমিযে ঘৰৰ গৃহিণী, নিজেই সকলোবোৰ চাই চিন্তি বুজি লবা— পাৰ্ব্বতীযে মুৰ দুপিয়াই কয়, ভাল বাৰু।

ভুবন চৌধুৰীয়ে কয, আৰু চোৱাঁ, এই ল'ৰা-ছোৱালীবিলাক, এৰা, তোমাৰেই তো সকলো—

গিৰিয়েকৰ লাজভাৱ দেখি পাৰ্ব্বতীৰ চকুৰ কোণত হাঁহি ফুটি ওলায। তেখেতে আকৌ অলপ হাঁহি কয়, ভাল, আকৌ চোৱা, এই মহেন তোমাৰ বৰ ল'ৰা, সিদিনা বি, এ, পাচ কৰিছে—এনে ভাল ল'ৰা, এনেকুৱা দযা-মাযা—কি—জানানে, অলপ যতন—আপোন ভাৱ—

পাৰ্ব্বতীয়ে হাঁহি চেপি ৰাখি কয়, মই জানো, সি মোৰ বৰ ল'ৰা—

এৰা জানিবাইতো। এনেকুৱা ল'ৰা কোনেও কেতিয়াও দেখা নাই—। আৰু মোৰ যশোমতী, ছোৱালী তো নহয়—প্ৰতিমা।

নিশ্চয় আহিব, নিশ্চয় আহিব। বুঢ়া পিতাকক চাবলৈ নাহিব নে? যেতিয়া তাই আহিব তাইক—

পাৰ্ব্বতীয়ে ওচৰলৈ আহি টপামুৰৰ ওপৰত পত্নুমৰ দৰে হাতখন ৰাখি মৃদুস্বৰত কয়, আপুনি চিন্তা কৰিব নালাগে। যশোক আনিবলৈ মই মানুহ পঠাম—নহলে, মহেন নিজেই যাব।

যাব? যাব? ভাল, বহুদিন দেখা নাই—তুমি মানুহ পঠাবা?

পঠাম তো। মোৰ ছোৱালী, মই আনিবলৈ নপঠাম কিয়? বুঢ়াই তেতিয়া উৎসাহ পাই উঠি বহে। দুৱোৰো ভিতৰত থকা সম্বন্ধটোৰ কথা পাহৰি গৈ পাৰ্ব্বতীৰ মূৰত হাত দি আশীৰ্ব্বাদ কৰি কয়, তোমাৰ মঙ্গল হব। মই আশীৰ্ব্বাদ কৰিছোঁ—তুমি সুখী হবা—ভগবানে তোমাক দীৰ্ঘায়ু কৰিব

তাৰ পিছত হঠাৎ কিবোৰ কথা বুঢ়াৰ মনত পৰে। আকৌ বিছনাত শুই পৰি, চকু মুদি মনে মনে কয়, সেই এজনী ছোৱালী—তাই খুব ভাল পাইছিল—

এই সময়ত কেঁচা-পকা গোঁফৰ কাষেদি এটোপা চকুলো গাৰুৰ ওপৰত আহি পৰে। পাৰ্ব্বতীয়ে মচি দিয়ে। কেতিয়াবা কেতিয়াবা লাহে ধীৰে কয়, সিহঁত সকলোৱে আহিব আকৌ এবাৰ ঘৰ-দুৱাৰ ৰম-ৰমীয়া হৈ উঠিব—আহা। আগতে কি জকমকীয়া ঘৰখনেই আছিল। ল'ৰাবোৰ, ছোৱালী, গৃহিণী, হৈ-হৈ কাৰবাৰ—নিতৌ দুৰ্গোৎসৱ। তাৰ পিছত এদিনাখন সকলোবোৰ মুমাই গ'ল। ল'ৰাবোৰ কলিকাতালৈ গুচি গ'ল

যশোক তাইৰ শহুৰেকে লৈ গ'ল—তাৰ পিছত অন্ধকাৰ শ্মশান—

এই সময়ত আকৌ গোঁফৰ দু'কাষ তিতি গাৰু তিতিবলৈ আৰম্ভ কৰিলে। পাৰ্ব্বতীয়ে দুখ পাই মচি দি কয়, মহেনৰ কিয় বিযা নাপাতিলে ?

বুঢাই কয়, আহা। সিতো মোৰ সুখৰ দিন। সেইকথাকে ভাবিছিলোঁ, কিন্তু কি যে তাৰ মনৰ কথা—কি যে তাৰ জেদ— কোনোমতে বিযা নকৰালে। সেইবাবেই তো বুঢা বযসত ঘৰ দুবাৰ শূন্য যেন লাগে, লক্ষ্মীহীন ঘৰৰ দৰে সকলোবোৰেই মলিযন, এটা উজ্জ্বল ভাব কোনোমতে দেখা নাপাওঁ—সেইবাবেই—

কথা শুনি পাৰ্ব্বতীৰ দুখ উপজিল। করুণ সুৰত হাহিৰ ভাও কৰি মূৰ জোকাৰি কয়, আপুনি বুঢা হ'লে মই সোনকালে বুঢী হৈ যাম। তিৰোতামানুহৰ বুঢী হবলৈ বেচিদিন লাগে নেকি ?

ভুৱন চৌধুৰীযে উঠি বহি এখন হাতেৰে তাইৰ থুতৰিটো ধৰি বহুপৰ চাই থাকে। খনিকৰে যেনেকৈ প্ৰতিমা সজাই, মূৰত মুকুট পিন্ধাই, সোঁহাতে আৰু বাঁওহাতে হালি বহুপৰলৈ চাই থাকে, অলপ গৰ্ব্বভাব আৰু বহুতখিনি স্নেহ সেই সুন্দৰ মুখ-খনিৰ ওচৰে কাষৰে জমা হৈ উঠে, ভুৱন চৌধুৰীৰো ঠিক তেনেকুৱা হয়। কোনোদিনা বা তেওঁৰ মুখৰ পৰা অস্ফুটভাবে ওলাই পৰে আ-হা-হা, ভাল কাম কৰা নাই—

কি ভাল কাম কৰা নাই ?

ভাবিছোঁ—ইয়াত তোমাক সুশুবায়।

পাৰ্ব্বতীয়ে হাঁহি কয়, বে'চ শুবায়। আমাৰ আকৌ শুওবা সুশুওবা কি?

বুঢ়াই আকৌ শুই পৰি যেন মনে মনে কয়, সেইটো বুজোঁ, সেইটো বুজোঁ। যিযে নহ'ক তোমাৰ ভাল হব। ভগৱানে তোমাৰ ফালে চাব।

এনেকৈ প্ৰায় এমাহ অতীত হৈ গ'ল। মাজতে এবাৰ চক্ৰবৰ্ত্তী ডাঙৰীয়া ছোৱালীক নিবলৈ আহিছিল, পাৰ্ব্বতী নিজেই ইচ্ছা কৰি নগ'ল। পিতাকক ক'লে, দেউতা, ঘৰখনত বৰ বিশৃঙ্খল, আৰু কিছুদিন পিছত যাম।

তেখেতে লুকাই মিচিকিয়াই হাঁহিলে। মনে মনে ক'লে তিৰোতামানুহ এনেকুৱা জাতিৰেই।

তেখেতে বিদায় লোবাত পাৰ্ব্বতীয়ে মহেন্দ্ৰক মাতি আনি ক'লে, বোপা, মোৰ বৰ ছোৱালীজনীক এবাৰ লৈ আহা গৈ।

মহেন্দ্ৰই থেৰোগেৰো কৰিলে। সি জানে, যশোদা কোনো-মতে নাহে। ক'লে, এবাৰ দেউতা গ'লে ভাল হয়।

ছিঃ। সেইটো ভাল দেখাব জানো? তাতকৈ ব'লা আমি মা'ক-পুতেক মিলি ছোৱালী লৈ আহোঁ গৈ।

মহেন্দ্ৰ আচৰিত হ'ল—তুমি যাবা?

ক্ষতি কি বোপা? মোৰ তাত লাজ নাই, মই গ'লে যশোদা যদি আহে—যদি তাইৰ খঙে শাম কাটে, মোৰ যোৱাটো কি ইমানে টান?

গতিকে মহেন্দ্র পিছদিনা অকলে যশোদাক আনিবলৈ গ'ল। তাত সি কি কৌশল খটাইছিল নাজানো, কিন্তু চাৰিদিন পিছত যশোদা আহি উপস্থিত হ'ল। সেইদিনা পাৰ্ব্বতীৰ গোটেই গাটোত বিচিত্ৰধৰণৰ নতুন বহুমূলীয়া অলঙ্কাৰ। এই সিদিনা ভুবন চৌধুৰীয়ে কলিকতাৰ পৰা অনাই দিছে। পাৰ্ব্বতীয়ে আজি সেইবোৰ পিন্ধি বহি আছিল। বাটত আহোঁতে যশোদাই ক্ৰোধ আৰু অভিমানসূচক বহুতো কথা মনে মনে আওৰাই আওৰাই আহি আছিল। নতুন কইনা দেখি তাই একেবাৰে নিমাত হৈ গ'ল। সেই বিদ্বেষৰ কথাবোৰ তাইৰ মনতে নপৰিল, মাত্ৰ অস্পষ্টভাবে ক'লে, এইযা।

পাৰ্ব্বতীয়ে যশোদাৰ হাতত ধৰি ঘৰলৈ লৈ গ'ল। ওচৰত বহুৱাই হাতত বিচনি লৈ ক'লে, আই, জীয়েৰাৰ ওচৰত বোলে খং কৰিছা?

যশোদাৰ মুখখন লাজতে ৰঙা পৰি গ'ল। পাৰ্ব্বতীয়ে তেতিয়া সেই আটাইবোৰ অলঙ্কাৰ এবিধ এবিধকৈ যশোদাৰ গাত পিন্ধাই দিবলৈ ধৰিলে। বিস্মিতা যশোদাই ক'লে, ই কি?

একোৱে নহয়। মাত্ৰ তোমাৰ জীয়েৰাৰ মনোবাঞ্ছা

গহনা পিন্ধাত যশোদাৰ বেযা নালাগিল, আৰু পিন্ধা শেষ হোৱাত তাইৰ ওঁঠত হাঁহিৰ ৰেখা বিৰিঙি উঠিল। সৰ্ব্বাঙ্গত অলঙ্কাৰ পিন্ধাই নিৰাভৰণা পাৰ্ব্বতীয়ে ক'লে, আই জীয়েৰাৰ ওপৰত খং কৰিছা?

নাই, নাই—খং কিয়? খং কি?

নহয়নো কি আই, এইখন তোমাৰ দেউতাৰাৰ ঘৰ, ইমান ডাঙৰ ঘৰ, কিমান দাসদাসীৰ দৰ্কাৰ। মই এজনী দাসীৰ বাহিৰেতো একোবে নহওঁ। ছিঃ আই, সামান্য দাস-দাসীৰ ওপৰত খং কৰা তোমাৰ পক্ষে উচিতনে ?

যশোদা বয়সত ডাঙৰ, কিন্তু কথা কোৱাত এতিয়াও বহুত সৰু। তাই বিহ্বল হৈ পৰিল। বা' দিওঁতে দিওঁতে পাৰ্ব্বতীয়ে আকৌ ক'লে, দুখীয়াৰ ছোৱালী, তোমালোকৰ দয়াত ইয়াতে অলপ ঠাই পাইছোঁ, কিমান দীন, দুখী, অনাথ তোমালোকৰ দয়াত ইয়াতে প্ৰতিদিন প্ৰতিপালিত হয়, মইতো আই, সিহঁতৰে এজনী। যি আশ্ৰিত—

যশোদাই অভিভূত হৈ শুনি আছিল, এতিয়া একেবাৰে আপোন-পাহৰা হৈ ভৰিৰ ওচৰত টপৰাই সেৱা কৰি কৈ উঠিল, তোমাৰ ভৰিত ধৰিছোঁ, আই—

পাৰ্ব্বতীয়ে তাইৰ হাতত ধৰি পেলালে।

যশোদাই ক'লে, দোষ নধৰিবা আই।

পিছদিনা মহেন্দ্ৰই যশোদাক নিৰ্জ্জন ঠাইলৈ মাতি নি ক'লে, হে'-ৰ', খং কৰিছে ?

যশোদাই ততালিকে ককাযেকৰ ভৰিত ধৰি ক'লে, ককাই-দেউ, খঙৰ কোৰত—ছিঃ। কিমান কি যে কৈছোঁ। চাবা যেন সেইবোৰ প্ৰকাশ নাপায়।

মহেন্দ্ৰই হাঁহিবলৈ ধৰিলে। যশোদাই ক'লে, বাৰু, ককাই-দেউ, মাহীমাকে ইমান আদৰ যত্ন কৰিব পাৰিবনে ?

দু'দিনমান পিছত যশোদাই পিতাকৰ ওচৰত নিজে ক'লে গৈ, দেউতা, তালৈ চিঠি লিখি দিয়ক—মই বৰ্ত্তমানে দু'মাহ ইযাৰ পৰা নাযাওঁ।

ভুবন চৌধুৰীযে অলপ আচৰিত হৈ ক'লে, কিয আই?

যশোদাই লজ্জিতভাবে মিচিকিযাই হাঁহি ক'লে, মোৰ গাটো সিমান ভাল নহয—এতিয়া কেইদিনমান সৰু আইৰ ওচৰত থাকিম।

আনন্দতে বুঢাব চকুৰ পৰা পানী ওলাল। গধূলিপৰত পাৰ্ব্বতীক মাতি আনি ক'লে, তুমি মোক লাজৰ পৰা মুক্তি দিছা। দীৰ্ঘজীবী হোবা, সুখে থাকা।

পাৰ্ব্বতীযে ক'লে, এইবোৰ আকৌ কি?

কি, সেইকথা তোমাক বুজাব নোবাৰোঁ। হে নাৰাযণ! কিমান লাজ, কিমান আত্ম গ্লানিব পৰা আজি মোক নিষ্কৃতি দিলা।

সন্ধিযাৰ আন্ধাৰত পাৰ্ব্বতীয়ে দেখিবলৈ নাপালে যে তাইৰ গিৰিযেকৰ দুই চকু পানীৰে ভৰি গৈছে। আৰু বিনোদলাল—সি ভুবনমোহনৰ মুমলীয়া পুতেক। পৰীক্ষা দি ঘৰলৈ আহি সি আৰু পঢিবলৈ ন'গল।

## একাদশ পৰিচ্ছেদ

তাৰ পিছত দুই-তিনদিন দেবদাসে মিছাকৈ বাটে বাটে অনাই বনাই ফুৰিলে প্ৰায বলিযাৰ দৰে। ধৰ্ম্মদাসে কিবা ক'বলৈ গৈছিল, চকু ৰঙা কৰি ডাবি দি উঠিল। অৱস্থা দেখি চুনি-লালেও কথা ক'বলৈ সাহ নকৰিলে। ধৰ্ম্মদাসে কান্দি ক'লে, চুনিবাবু, কিয এনেকুৱা হ'ল ?

চুনিলালে ক'লে, কি হৈছে ধৰ্ম্মদাস ?

এজন অন্ধই আৰু এজন অন্ধক বাটৰ কথা সুধিলে। ভিতৰুৱা খবৰ দুয়োজনৰ কোনেও নাজানে, চকু মচি মচি ধৰ্ম্ম দাসে ক'লে, চুনিবাবু, যেনেকৈ হ'ক, দেউতাক তেওঁৰ মাকৰ ওচৰলৈ পঠাই দিয়ক। আৰু লিখা পঢ়াই যদি নকৰে, তেনে-হলে ইয়াত থাকি কি হব ?

কথাটো খুব সঁচা। চুনিলাল চিন্তা কৰিবলৈ ধৰিলে। চাৰি-পাঁচদিন পিছত এদিনাখন ঠিক গধূলিপৰত চুনিবাবু বাহিৰলৈ ওলাব ধৰিছিল দেৱদাসে ক'ৰবাৰ পৰা আহি হাতত ধৰিলে—

চুনিবাবু, তালৈ যোৱা ?

চুনিলালে কুণ্ঠিত হৈ ক'লে, এবা—হাক দিয়া যদি আৰু নেযাওঁ।

দেৱদাসে ক'লে, নহয়, যাবলৈ হাক নিদিওঁ, কিন্তু এটা কথা কোৱা, কি আশালৈ তুমি তালৈ যোৱা ?

আশা আৰু কি ? এনেয়ে সময় কটাওঁ।

সময় কটোবা ? ক'তা , মোৰ সময়তো নাযায় , ফুপুবায় । মই সময় কটাব খোঁজোঁ।

চুণিলাল কিছুপৰ তাৰ মুখৰ ফালে চাই থাকিল, বোধ কৰোঁ তাৰ মনৰ ভাব মুখত পঢ়িবৰ চেষ্টা কৰিলে। তাৰ পিছত ক'লে, দেৱদাস তোমাৰ কি হৈছে, খুলি ক'ব পাৰা ?

একোবেতো হোৱা নাই।

নোকোবা ?

নহয় চুণি ক'বৰ একোকে নাই।

চুণিলালে বহুপৰ তলমূৰ কৰি থাকি ক'লে, দেবদাস, এটা কথা ৰাখিবা ?

কি ?

তালৈ আৰু এবাৰ তুমি যাব লাগিব। মই কথা দিছোঁ।

যলৈ সিদিনা গৈছিলোঁ—তালৈনে ?

এৰা।

ছিঃ, মোৰ আৰু ভাল নালাগে।

যাতে ভাল লাগে মই তাৰ দিহা কৰি দিম।

দেবদাসে অন্যমনস্কৰ দৰে কিছুপৰ টলকা মাৰি থাকি ক'লে, ভাল ব'লা যাওঁ।

* * * *

অবনতিৰ এধাপ তললৈ নমাই দি চুণিলাল ক'ৰবালৈ আঁতৰি গৈছে। অকলে দেৱদাসে চন্দ্ৰমুখীৰ ঘৰত বহি মদ খাবলৈ

ধৰিছে। অদূৰত বহি চন্দ্ৰমুখীয়ে বিষন্নমুখেৰে চাই চাই সভয়ে কৈ উঠিল, দেবদাস, আৰু নেখাবা।

দেবদাসে মদৰ গিলাচটো তলত থৈ ভ্ৰূকুটি কৰি ক'লে, কেলেই ?

অলপদিন হ'ল মদত ধৰিছা, ইমান সহ্য কৰিব নোবাৰিবা।

সহ্য কৰিম বুলি মদ নেখাওঁ, ইয়াত থাকিম বুলিহে মদ খাওঁ।

এইকথা চন্দ্ৰমুখীয়ে বহুতবাৰ শুনিছে। একো-একোবাৰ তাইৰ ভাব হয় বেৰত মুৰটো মাৰি তেজৰ নৈ বোবাই দি তাই মৰে। দেবদাসক তাই ভাল পাইছে। দেৱদাসে মদৰ গিলাচটো দলিয়াই পেলাই দিলে।

মাচিয়াৰ খুৰাত লাগি সেইটো চূৰ্ণ-বিচূৰ্ণ হৈ গ'ল। তেতিয়া কাতি হৈ গাৰুত আউজি থোকাথকি মাতেৰে ক'লে, মোৰ উঠি যাবৰ শক্তি নাই, সেইবাবে ইয়াতে বহি থাকোঁ—জ্ঞান নাথাকে, সেইবাবে তোমাৰ মুখৰ ফালে চাই কথা কওঁ—চন্দ—ৰ তথাপি অজ্ঞান হৈ নপৰো—তথাপি অলপ জ্ঞান থাকে—তোমাক ছুব নোবাৰোঁ—মোৰ বৰ ঘিণ লাগে।

চন্দ্ৰমুখীয়ে চকু মচি লাহে লাহে ক'বলৈ ধৰিলে, দেৱদাস, কিমান মানুহ ইয়ালৈ আহে, তেওঁলোকে কেতিয়াও মদ স্পৰ্শ নকৰে।

দেৱদাসে চকু দুটা বিস্ফাৰিত কৰি উঠি বহিল। চলং-পলং কৰি ইফালে সিফালে হাতেৰে খেপিয়াই ক'লে, স্পৰ্শ নকৰে ?

মোৰ বন্দুক থাকিলে গুলী কৰিলোঁহেতেন। সিহঁত যে মোতকৈও পাপিষ্ঠ, চন্দ্ৰমুখী!

কিছুপৰ থাকি কিবা যেন ভাবিব লাগিল, তাৰ পিছত আকৌ ক'লে, যদি কেতিযাবা বা মদ এৰো—যদিও নেৰিম—তেনেহলে আৰু কেতিযাও তো ইযালৈ নাহিম। মোৰ উপায আছে, কিন্তু সিহঁতৰ কি হব?

অলপমান বৈ কবলৈ ধৰিলে, বৰ দুখত মদত ধৰিছোঁ—আমাৰ বিপদৰ, দুখৰ বন্ধু! আৰু তোমাক এৰিব নোবাৰোঁ—দেৱদাসে গাৰুৰ ওপৰত মুখ ঘঁহিবলৈ ধৰিলে। চন্দ্ৰমুখীযে ততালিকে ওচৰলৈ আহি মুখখন দাঙি ধৰিলে। দেৱদাসে ভ্ৰূকুটি কৰি ক'লে, ছিঃ ছুচুবা—এতিযাও মোৰ জ্ঞান আছে। চন্দ্ৰমুখী—তুমিতো নেজানা, মই মাত্ৰ জানো। মই তোমালোকক কিমান যে ঘৃণা কৰোঁ। চিৰদিন ঘৃণা কৰিম—তথাপি আহিম, তথাপি আহিম, তথাপি কথা ক'ম—নহলে যে উপায নাই। সেইকথা জানো তোমালোকে কোনোবাই বুজিবা? হাঃ-হাঃ, মানুহে পাপ কাম কৰে আন্ধাৰত, আৰু মই ইযাতে মাতাল হওঁ—এনে উপযুক্ত ঠাই জগতত আৰু কি আছে। আৰু তোমালোক—

দেবদাসে দৃষ্টি সংযত কৰি কিছুপৰ তাইৰ বিষাদপূৰ্ণ মুখৰ ফালে চাই থাকি ক'লে, আহা! সহিষ্ণুতাৰ প্ৰতিমূৰ্ত্তি! লাঞ্ছনা, গঞ্জনা, অপমান, অত্যাচাৰ, উপদ্ৰৱ তিৰোতাই যে কিমান সহ্য কৰিব পাৰে—তোমালোকেই তাৰ দৃষ্টান্ত!

তাৰ পিছত চিৎ হৈ শুই আপোন মনে কবলৈ ধৰিলে,

চন্দ্ৰমুখীয়ে কয়, তাই মোক ভাল পায়—মই সেইটো নিবিচাৰো—নিবিচাৰো—নিবিচাৰো—মানুহে অভিনয় কৰে, মুখত চূণ চিয়াঁহি ঘঁহে—চোৰ হয—ভিক্ষা কৰে—ৰজা হয়—ৰাণী হয—ভাল পায—কিমান ভাল পোৱাৰ কথা কয—কিমান কান্দে—ঠিক যেন সকলোবোৰ সত্য। চন্দ্ৰমুখীয়ে মোৰ ভাওনা কৰে, মই চাওঁ। কিন্তু তাইক যে মনত পৰে—এক মুহূৰ্ত্ততে যেন সকলোবোৰ কিবা হৈ গ'ল। তাই কলৈ গ'ল আৰু কোন বাটেৰে মই আহিলোঁ। এতিয়া গোটেই জীৱনব্যাপি এটা ডাঙৰ অভিনয় আৰম্ভ হৈছে। এজন ঘোৰ মাতাল আৰু এই এটা—হ'ক, সেয়ে হ'ক—বেয়া কি? আশা নাই, ভৰসা নাই—সুখো নাই, কামনাও নাই—বাঃ! বেছ বঢ়িয়া!

তাৰ পিছত দেৱদাসে কাতি হৈ ভোৰ-ভোৰাই কিবা কবলৈ ধৰিলে। চন্দ্ৰমুখীয়ে সেইবোৰ বুজিব নোৱাৰিলে। অলপ সময়তেই দেবদাস টোপনিত পৰিল। চন্দ্ৰমুখী তেতিয়া ওচৰত আহি বহিল। আঁচল তিয়াই মুখ মচি দি, তিতা গাৰুটো সলাই দিলে। এখন বিছনি লৈ কিছুপৰ বিছি, বহুপৰ তলমূৰা হৈ বহি থাকিল। ৰাতি তেতিয়া প্ৰায় এক বাজিছে, চাকি নুমাই দুৱাৰ বন্ধ কৰি অন্য খোঁটালীলৈ গুচি গ'ল।

## দ্বাদশ পৰিচ্ছেদ

দুই ভাযেক-ককাযেক দেবদাস আৰু দ্বিজদাস আৰু গাওঁৰ বহুতেই জমিদাৰ নাৰাযণ মুখাৰ্জ্জীৰ সৎকাৰ কৰি ঘৰলৈ উভতি আহিল। দ্বিজদাস চিঞৰি চিঞৰি কান্দি বলিযাৰ দৰে হৈছে, চুবুৰিৰ পাঁচ-জনমানে তেওঁক ধৰি ৰাখিব নোৱাৰা হৈছে। আৰু দেবদাস শান্তভাবে এটা খুটাৰ ওচৰত বহি আছে। মুখত মাত-বোল নাই, চকুত এটোপা পানী নাই। কোনেও তাক ধৰা নাই, কোনেও সান্ত্বনা দিবৰ চেষ্টা কৰা নাই। মধুসূদন ঘোষে ওচৰলৈ গৈ এবাৰ কবলৈ গৈছিল, কি কৰিবা বোপা, কপালত—

দেৱদাসে হাতেৰে দ্বিজদাসৰ ফালে দেখুবাই ক'লে, তাতে।

ঘোষ ডাঙৰীযা পেপুৱা লাগি—এৰা, তেখেতে কিমান ডাঙৰ শোক, ইত্যাদি কৈ কৈ আঁতৰি গ'ল। আৰু কোনো ওচৰলৈ নাহিল। দুপৰীযাৰ পিছত দেবদাস অৰ্দ্ধমূৰ্চ্ছিতা জননীৰ পদ-প্ৰান্তত গৈ বহিল। তাত বহুত তিৰোতা-মানুহে তেখেতক বেঢি ধৰি বহি আছে। পাৰ্ব্বতীৰ আইতাকো উপস্থিত আছিল। ঘেৰ্ঘেৰীয়া মাতেৰে ন-বিধবা, শোকাতুৰা মাতৃক সম্বোধন কৰি ক'লে, চোৱা আই, চকুমেলি চোৱা, দেবদাস আহিছে। দেবদাসে মাত দিলে, আই।

তেখেতে এবাৰ মাত্ৰ চাই মাতিলে, বোপাই। তাৰ পিছত মুদযোৱা চকুৰ কোণৰ পৰা অজস্ৰ চকুলো ববলৈ ধৰিলে।

তিৰোতাৰ দলে ডাঙৰ শব্দ কৰি হুক্ হুক্ কৈ কান্দি উঠিল। দেবদাস মাকৰ ভৰিত মুখ ঢাকি কিছুপৰ ৰ'ল, তাৰ পিছত লাহে লাহে উঠি গ'ল। গ'ল মৃত পিতাকৰ শোবা থোঁটালীলৈ। চকুত পানী নাই, গম্ভীৰ শান্ত মূৰ্ত্তি, ৰঙা চকুৰে ওপৰৰ ফালে চাই মাটিত বহি পৰিল। কোনোবাই সেই মূৰ্ত্তি দেখা পালে বোধকৰো ভয় কৰিলেহেতেন। কপালৰ দুই কাষত শিৰ দু'ডাল উঠিছে, দীঘল দীঘল ঠৰঙা চুলিবোৰ যেনিবা ওফন্দি উঠিছে। তপত সোণৰ বৰণ ক'লা পৰি গৈছে—কলিকতাৰ জঘন্য অত্যাচাৰ—পিছত পিতাকৰ মৃত্যু। এবছৰ আগতে যি কোনোৱে তাক দেখিছিল—এতিয়া বোধকৰো তাক হঠাতে চিনিব নোৱাৰিলেহেতেন। কিছুসময় পিছত পাৰ্ব্বতীৰ মাকে বিচাৰি দুৱাৰ ঠেলি ভিতৰলৈ আহিল—দেবদাস।

কিয় খুৰীদেউ?

এনেকৈ থাকিলেতো নচলে বোপা।

দেবদাসে তেওঁৰ মুখৰ ফালে চাই ক'লে, কি কৰিছোঁ খুৰীদেউ?

খুৰীয়েকে তাৰ ভাব বুজিলে, কিন্তু উত্তৰ দিব নোৱাৰিলে। দেবদাসৰ মূৰটো কোলাৰ মাজলৈ টানি আনি ক'লে, দেৱতাবোপাই—

কিয় খুৰীদেউ?

দেৱতা—চৰণ—বোপাই—

বুকুৰ ওচৰত মুখ ৰাখি দেৱদাসে এইবাৰ এটোপ চকুলো পেলালে।

শোকাতুৰ পৰিয়ালৰো দিন যায়। ক্রমে ৰাতি পুৱাল, কন্দা-কটা বহুত কমি আহিল। দ্বিজদাস একেবাৰে প্রকৃতিস্থ হৈছে। তাৰ মাকো উঠি বহিছে, চকু মচি মচি দৈনন্দিন কাম কৰিব ধৰিছে। দুদিন পিছত দ্বিজদাসে দেৱদাসক মাতি নি ক'লে, দেৱদাস, পিতাৰ শ্রাদ্ধত কিমান খৰচ কৰা উচিত হব?

দেৱদাসে ককায়েকৰ মুখৰ ফালে চাই ক'লে, যি উচিত বিবেচনা কৰে।

নহয় ভাই, এতিয়া মাত্র মোৰ বিবেচনাত নচলে, তুমি ডাঙৰ হৈছা, তোমাৰ মতো জনা আবশ্যক।

দেৱদাসে সুধিলে, নগদ টকা কিমান আছে?

পিতাৰ তহবিলত ডেৰলাখ টকা জমা আছে। মোৰ বিবেচনাৰে দহ-হাজাৰমান টকা খৰচ কৰিলেই যথেষ্ট হব, কি কোৱা?

মই কিমান পাম?

দ্বিজদাসে অলপ থেৰোগেৰো কৰি ক'লে, তুমিও আধা পাবা। দহহাজাৰ খৰচ হলে তোমাৰ সত্তৰহাজাৰ আৰু মোৰ সত্তৰ হাজাৰ থাকিব।

আয়ে কি পাব?

আয়ে নগদ টকা দি কি কৰিব? তেওঁ ঘৰৰ গৃহিণী—আমি প্রতিপালন কৰিম।

দেবদাসে অলপ ভাবি ক'লে, মোৰ বিবেচনাৰে আপোনাৰ ভাগৰ পাঁচহাজাৰ টকা খৰচ হ'ক, মোৰ ভাগৰ পঁচিশহাজাৰ টকা খৰচ হব, বাকী পঞ্চাশহাজাৰৰ ভিতৰত মই পঁচিশ হাজাৰ নিম, বাকী পঁচিশহাজাৰ আইৰ নামত জমা থাকিব। আপোনাৰ বিবেচনাৰে কেনে হব ?

প্ৰথমতে দ্বিজদাস যেন লজ্জিত হ'ল, পিছত ক'লে, উত্তম কথা। কিন্তু মোৰ, চোৱাঁ—পৰিবাৰ, ল'ৰা ছোৱালী আছে, সিহঁতৰ বিয়া, লগুণ দিয়া—বহুত খৰচ। পিচে, এই পৰামৰ্শ ভাল। অলপ বৈ ক'লে, তেনেহলে অলপ লিখি দিলেই—

লেখা-লেখিৰ প্ৰযোজন হব জানো ? কামটো ভাল নেদেখুৱাব। মোৰ ইচ্ছা, টকা পইচাৰ কথা—এই সময়ত গোপনে হয।

সেইটো ভাল কথা, কিন্তু কি জানানে ভাই—

ভাল, মই লিখিযে দিম। সেইদিনাই দেৱদাসে লেখাপঢ়া কৰি দিলে।

পিছদিনা দুপৰীয়া দেবদাস তললৈ নামিব ধৰিছিল, থটু খটিৰ কাষত পাৰ্ব্বতীক দেখা পাই থমকি থিয দিলে। পাৰ্ব্বতীয়ে মুখৰ ফালে চাইছিল, চিনিবলৈ যেন তাইৰ টান হৈছিল। দেৱদাসে গম্ভীৰ শান্তমুখে ওচৰলৈ আহি ক'লে, কেতিয়া আহিলা পাৰ্ব্বতী।

সেই কণ্ঠস্বৰ। আজি তিনিবছৰ পিছত দেখাদেখি।— তলমুৱা হৈ পাৰ্ব্বতীয়ে ক'লে, বাতিপুৱা আহিছোঁ।

বহুদিন দেখা নাই। ভালে আছিলা, নহয়?

পাৰ্ব্বতীয়ে মুৰ দুপিয়ালে।

চৌধুৰী ডাঙৰীয়া ভালে আছে? লৰা-ছোৱালীবিলাকৰ ভাল?

সকলোৰে ভাল। পাৰ্ব্বতীয়ে এটিবাৰ মুখৰ ফালে চাই ল'লে। কিন্তু এবাৰ সুধিব নোৱাৰিলে, তেওঁ কেনে আছে, কি কৰিছে। এতিয়া যে কোনো প্ৰশ্নই নাখাটে।

দেবদাসে ক'লে, এতিয়া অলপদিন থাকিবা নহয়?

এৰা।

তেনেহলে আৰু কি, এই বুলি বাহিৰলৈ ওলাই গ'ল।

শ্ৰাদ্ধ শেষ হৈ গৈছে। সেইবোৰ কথা কবলৈ গ'লে বহুতো লিখিব লাগে, সেইবাবে তাৰ প্ৰযোজন নাই। শ্ৰাদ্ধৰ পিছদিনা পাৰ্ব্বতীয়ে ধৰ্ম্মদাসক নিৰ্জ্জনলৈ মাতি নি তাৰ হাতত এডাল সোণৰ হাৰ দি ক'লে, ধৰ্ম্ম, তোমাৰ ছোৱালীজনীক পিন্ধিবলৈ দিবা—

ধৰ্ম্মদাসে মুখৰ ফালে চাই চল্‌চলীয়া চকু আৰু চল্‌চলীয়া কৰি ক'লে, আহা তোমাক কিমানদিন দেখা নাই, সকলো খবৰ ভাল, হয়নে আইদেউ?

সকলো ভাল।

তোমাৰ ল'ৰা-ছোৱালীবোৰ ভালে আছেনে?

ভালে আছে পাৰু।

তুমি ভালে আছা?

এইবাৰ দীঘল হুমুনিয়াহ কাঢ়ি ধৰ্ম্মদাসে ক'লে, ভাল আৰু ক'ত? এইবাৰ যাবলৈ ইচ্ছা—হয়—দেউতা গ'ল। ধৰ্ম্মদাসে শোকৰ আবেগত কত কি কলেহেতেন, কিন্তু পাৰ্ব্বতীয়ে বাধা দিলে। এইবোৰ খবৰ শুনিবলৈ তাই হাৰ দিয়া নাই।

পাৰ্ব্বতীয়ে কৈ উঠিল, কি কথা ধৰ্ম্ম, তুমি গ'লে দেৱদাক কোনে চাব?

ধৰ্ম্মদাসে কপালত চপৰিযাই ক'লে, যেতিযা নিচেই ল'ৰা আছিল তেতিযা যতন লৈছিলোঁ। এতিয়া আৰু সেইবোৰ কৰিব নালাগিলেই ৰক্ষা পাৰু।

পাৰ্ব্বতীয়ে আৰু ওচৰলৈ আগুৱাই আহি ক'লে, ধৰ্ম্ম, এটি কথা সঁচাকৈয়ে কবানে?

কিয নকম আইদেউ?

তেনেহলে সঁচাকৈয়ে কোৱা, দেৱদাসে এতিযা কি কৰে?

মোৰ মূৰটো কৰে।

ধৰ্ম্মদাস, খোলাখুলিকৈ নোকোৱা কিয?

ধৰ্ম্মদাসে আকৌ কপালত কৰাঘাত কৰি ক'লে, খোলা-খুলিকৈ আৰু কি ক'ম আইদেউ। ইজানো আৰু কবলগীয়া কথা। এইবাৰ দেউতা নাই, দেৱদাসৰ হাতত অগাধ টকা হ'ল, এইবাৰ কি আৰু ৰক্ষা থাকিব?

পাৰ্ব্বতীৰ মুখ একেবাৰে ম্লান হৈ গ'ল। তাই আভাসে ইঙ্গিতে কিবা-কিবি শুনি আছিল। শুকান হৈ ক'লে, কোৱা কি ধৰ্ম্মদাস? তাই মনোৰমাৰ চিঠিত যেতিয়া কিছু শুনিছিল, তেতিয়া

বিশ্বাস কৰিব নোবাৰিছিল। ধৰ্ম্মদাসে মূৰ জোকাৰি কবলৈ ধৰিলে, খোৱা নাই, টোপনি নাই, মাত্ৰ বটলে বটলে মদ। তিনি-দিন, চাৰি-দিন একেৰাহে ক'ত পৰি থাকে ঠিক নাই, কিমান টকা উৰাই দিলে—শুনিবলৈ পাওঁ, কিমান হাজাৰ টকাৰ গহনা বোলে তাইক গঢ়াই দিছে।

পাৰ্ব্বতীৰ ভৰিৰ পৰা মূৰলৈ কঁপি উঠিল—ধৰ্ম্মদাস, এইবোৰ সঁচানে?

ধৰ্ম্মদাসে আপোন মনেৰে ক'বলৈ ধৰিলে, তোৰ কথা হয়তো শুনিব পাৰে—এবাৰ হাক দে। কি শৰীৰ কি হৈ গ'ল—এনেকুৱা অত্যাচাৰত কেইটা দিনেবা জীয়াই থাকিব? কাকে বা এই কথা কওঁ। মাক, বাপেক, ককাযেক—এওঁলোকক এইকথা কোবা নাযায়। ধৰ্ম্মদাসে পুনঃ পুনঃ মূৰত কৰাঘাত কৰি কৈ উঠিল, ইচ্ছা হয়, মূৰ খুন্দিযাই মৰোঁ, পাৰু, আৰু জীযাই থাকিবৰ আকাঙ্ক্ষা নাই।

পাৰ্ব্বতী উঠি গ'ল। নাৰায়ণ মুখাৰ্জ্জীৰ মৃত্যুবতৰা পাই তাই লৰি আহিছিল। ভাবিছিল, এই বিপদৰ সময়ত দেবদাসৰ ওচৰলৈ এবাৰ যোৱা উচিত। কিন্তু তাইৰ ইমান মৰমৰ দেবদা এনেকুৱা হৈছে।

কিমানবোৰ কথা যে মনত পৰিলে, তাৰ সীমা নাই। যিমান ধিক্কাৰ তাই দেৱদাসক দিলে, তাৰ হাজাৰগুণ দিলে নিজক। হাজাৰবাৰ তাইৰ মনত হ'ল, তাই থাকিলে জানো এনেকুৱা হব পাৰিলেহেতেন? আগতে তাই নিজৰ ভৰিত নিজে

কুঠাৰ মাৰিছিল, কিন্তু সেই কুঠাৰ এতিয়া তাইৰ মূৰত পৰিল। তাইৰ দেবদা এনে হৈ যাব ধৰিছে, এনেকৈ নষ্ট হৈ যাব ধৰিছে, আৰু তাই পৰৰ ঘৰ ভাল কৰাত জুৰুলা। পৰক নিজৰ বুলি ভাবি তাই নিতৌ ভাত বিলাবলৈ ধৰিছে, কিন্তু তাইৰ সৰ্ব্বস্ব আজি অনাহাৰত মৰিবলৈ ধৰিছে। তাই প্ৰতিজ্ঞা কৰিলে, আজি তাই দেৱদাসৰ ভৰিত মূৰ খুন্দিযাই মৰিব।

এতিযাও সন্ধিয়া হবলৈ অলপ পলম আছে, পাৰ্ব্বতী দেৱদাসৰ ঘৰত আহি সোমাল। দেবদাসে শয্যাত বহি হিচাপ চাই আছিল, তাইৰ ফালে চালে। পাৰ্ব্বতীয়ে লাহে লাহে দুবাৰ বন্ধ কৰি মজিয়াব ওপৰত বহিল। দেবদাসে মুখখন দাঙি হাঁহিলে, তাৰ মুখ বিষন্ন, কিন্তু শান্ত। হঠাৎ ধেমালি কৰি ক'লে, যদি অপবাদ দিওঁ ?

পাৰ্ব্বতীযে লাজসনা ৰঙাপদুমৰ দৰে চকুদুটি এবাৰ তাৰ ফালে থৈ পিছ মুহূৰ্ত্ততে নমাই আনিলে। মুহূৰ্ত্ততে বুজাই দিলে, এই কথাই তাইৰ বুকুৰ মাজত চিৰদিনৰ বাবে শেলৰ দৰে বিন্ধি আছে, আৰু কিয ? কিমান কথা কবলৈ আহিছিল, সকলো পাহৰি গ'ল। দেবদাসৰ ওচৰত তাই কথা ক'ব নোবাৰে। আকৌ দেবদাসে হাঁহি পেলালে, ক'লে, বুজিছোঁ হে বুজিছোঁ। লাজ লাগিছে নহয় ? তথাপি পাৰ্ব্বতীযে কথা ক'ব নোৱাৰিলে। দেবদাসে কবলৈ ধৰিলে, তাত আৰু লাজ কিহব ? দুইজনে মিলিজুলি লৰাৰ দৰে কাম কৰি এই চোৰাঁচোন—মাজতে কি গোলমাল হৈ গ'ল, খং কৰি তুমি যিহকে পালা তাকে

ক'লা, মযো কপালৰ ওপৰত সৌ দাগটো দি দিলোঁ। কেনে হৈছে ?

দেবদাসৰ কথাৰ ভিতৰত শ্লেষ বা বিদ্রূপৰ লেশমাত্র নাছিল, প্রসন্ন হাঁহি মাৰি মুখত অতীতৰ দুখৰ কাহিনী ক'লে। পার্ব্বতীৰ কিন্তু বুকু ফাটি যাব ধৰিলে। মুখত কাপোৰ দি, নিশ্বাস ৰোধ কৰি মনে মনে ক'লে, দেৱদা, সেই দাগেই মোৰ সান্ত্বনা, সেইটোৱে মোৰ সম্বল। তুমি মোক ভাল পাইছিলা—সেইবাবে দযাকৰি আমাব বাল্যকালৰ বুৰঞ্জী কপালত লিখি দিছা। সি মোৰ লাজ নহয, কলঙ্ক নহয, মোব গৌৰবৰ বস্তু।

পাৰু।

মুখৰ পৰা আচলখন নেপেলাই পার্ব্বতীযে ক'লে, কি ?

তোৰ ওপৰত মোব বৰ খং উঠে—

এইবাৰ দেবদাসৰ কণ্ঠস্বৰ বিকৃত হব ধৰিলে—দেউতা নাই, আজি মোৰ কি দুখৰ দিন, কিন্তু তই থাকিলে মোৰ একো চিন্তা নাথাকিলহেতেন। ডাঙৰ বৌক জানাই নহয, ককাইদেউৰ স্বভাবো তোৰ ওচৰত এবো লুকাবলগীযা নাই। কচোন আইক লৈ এই সমযত কি কৰোঁ। আৰু মোৰ নিজৰে যে কি হব একোৱে বুজি পোৱা নাই। তই থাকিলে নিশ্চিন্ত হৈ—তোৰ হাতত সঁপি দি—ইকি পাৰু।

পার্ব্বতীয়ে উচুপি কান্দি উঠিল। দেবদাসে ক'লে, কান্দিছ হবলা ? তেনেহলে আৰু কোৱা নহ'ল।

পার্ব্বতীয়ে চকু মচি মচি ক'লে, কোৱা।

দেৱদাসে মুহূৰ্ত্ততে কণ্ঠস্বৰ পৰিষ্কাৰ কৰি লৈ ক'লে, পাৰু, তই বোলে খুব পাকৈত গৃহিণী হৈছ ?

ভিতৰে ভিতৰে পাৰ্ব্বতীয়ে আবেগ বোধ কৰি তলৰ ওঁঠটো কামুৰিলে, মনে মনে ক'লে জহন্নামে যোবা গৃহিণী। শিমলুৰ ফুল পূজাত লাগে জানো ?

দেবদাসে হাঁহি পেলালে, হাঁহি ক'লে, বৰ হাঁহি উঠে। তই ইমানকণ আছিলি—কিমান ডাঙৰ হলি। ডাঙৰ ঘৰ, ডাঙৰ জমিদাৰী, ডাঙৰ ডাঙৰ ল'ৰা-ছোৱালী আৰু চৌধুৰী ডাঙৰীয়া, সকলোৱে ডাঙৰ—কি কব পাৰু।

চৌধুৰী ডাঙৰীযা পাৰ্ব্বতীৰ বৰ আদৰৰ বস্তু, তেওঁৰ কথা মনত পাৰলেই তাইব হাঁহি উঠে, সেইবাবে এনেকুৱা দুখৰ সময়তো তাইৰ হাঁহি উঠিল, দেৱদাসে কৃত্ৰিম গাম্ভীৰ্য্যেৰে ক'লে এটা উপকাৰ কৰিব পাৰিবি ?

পাৰ্ব্বতীযে মুখ দাঙি ক'লে, কি ?

তইঁতৰ ফালে ভাল ছোৱালী পোৱা যাযনে ?

পাৰ্ব্বতীয়ে ঢোক গিলি, কাহ মাৰি ক'লে, ভাল ছোৱালী ? কি কৰিবা ?

পালে বিয়া কৰাওঁ। এবাৰ সংসাৰী হবৰ ইচ্ছা হয়।

পাৰ্ব্বতীয়ে ভাল মানুহজনীৰ দৰে ক'লে, খুব সুন্দৰী নহয়নে ?

এৰা, তোৰ দৰে।

আৰু খুব ভাল মানুহ ?

নহয়, খুব ভাল মানুহৰ আবশ্যক নাই, বৰং অলপ দুষ্ট—তোৰ দৰে মোৰ লগত যি কাজিয়া কৰিব পাৰিব।

পাৰ্ব্বতীয়ে মনে মনে ক'লে, সেইটো তো কোনেও নোবাৰিব দেবদা, কিয়নো, তাতে মোৰ দৰে ভাল পাব পাৰিব লাগিব। মুখ ফুটাই ক'লে, পোৰা মুখ মোৰ, মোৰ দৰে কিমান হাজাৰে তোমাৰ চৰণ সেবিব পাৰিলে ধন্য হয়।

দেৱদাসে ধেমালি কৰি ক'লে, বৰ্ত্তমানে এজনী দিব পাৰিবিনে ?

দেবদা, সঁচাকৈয়ে বিয়া কৰাবানে ?

ক'লোঁ বে দেখোন।

মাত্ৰ সেইটো সি খুলি নকলে যে তাইৰ বাহিৰে এই জীবনত অন্য তিৰোতাৰ প্ৰতি তাৰ আসক্তি নজন্মিব।

দেবদা, এটি কথা ক'বা ?

কি ?

পাৰ্ব্বতীয়ে নিজক অলপ চম্ভালি লৈ ক'লে, তুমি মদ খাবলৈ শিকিলা কিয় ?

দেৱদাসে হাঁহি পেলালে, ক'লে, কোনো বস্তু খাবলৈ শিকিব লাগে নেকি ?

সেইটো নহয়, অভ্যাস কৰিলা কিয় ?

কোনে কৈছে, ধৰ্ম্মদাসে ?

যেয়ে কওক, কথাটো সঁচানে ?

দেৱদাসে প্ৰতাৰণা নকৰিলে, ক'লে, কিছু পৰিমাণে সঁচা।

পাৰ্ব্বতীয়ে কিছুপৰ স্তব্ধ হৈ বহি থাকি সুধিলে, আৰু কেইবা-হাজাৰ টকাৰ অলঙ্কাৰ গঢ়াই দিছা, নহয় জানো—

দেবদাসে হাঁহি ক'লে, দিয়া নাই, গঢ়াই ৰাখিছোঁ। তই নিবি ?

পাৰ্ব্বতীযে হাত পাতি ক'লে, দিয়া। এই চোৱাঁ, মোৰ এপদো গহনা নাই।

চৌধুৰী ডাঙৰীয়াই তোক দিযা নাই ?

দিছিল, মই সকলোবোৰ তেওঁৰ ডাঙৰ ছোৱালীজনীক দি দিছোঁ।

তোৰ আৱশ্যক নাই হবলা ?

পাৰ্ব্বতীযে মূৰ জোকাৰি তলমূৰ কৰিলে। এইবাৰ সঁচা-কৈযে দেবসাসৰ চকুলো ওলাল। দেবদাসে অন্তৰেদি বুজিব পাৰিছিল, কম দুখত তিৰোতাই নিজৰ গহনা খুলি বিলাই নিদিযে। কিন্তু চকুৰ পানী ৰোধ কৰি লাহে লাহে ক'লে, মিছা কথা থাকু। কোনো তিৰোতাকেই মই ভাল পোৱা নাই, কাকো গহনা দিয়া নাই।

পাৰ্ব্বতীয়ে দীঘল হুমুনিযাহ কাঢ়ি মনে মনে ক'লে, সেই-টোকে মই বিশ্বাস কৰোঁ।

বহুপৰ দুয়োজনে টলকা মাৰি থাকিল। তাৰ পিছত পাৰ্ব্বতীয়ে ক'লে, কিন্তু প্ৰতিজ্ঞা কৰা—আৰু মদ নাখাওঁ বুলি।

সেইটো নোৱাৰো। তুমি জানো প্ৰতিজ্ঞা কৰিব পাৰা, মোক আৰু এটিবাৰো মনত নেপেলাও বুলি।

পাৰ্ব্বতীয়ে কথা নকলে। এই সময়ত বাহিৰত সন্ধ্যাৰ শঙ্খধ্বনি হ'ল। দেবদাসে চমকি উঠি খিড়িকীৰ বাহিৰেদি চাই ক'লে, গধূলি হ'ল, এতিয়া ঘৰলৈ যা' পাৰু।

মই নাযাওঁ। তুমি প্ৰতিজ্ঞা কৰা।

মই নোৱাৰো।

কিয় নোৱাৰা ?

সকলোৱে জানো সকলো কাম কৰিব পাৰে ?

ইচ্ছা কৰিলে নিশ্চয় পাৰে।

তুমি মোৰ লগত আজি ৰাতি পলাই যাব পাৰা ?

হঠাৎ যেন পাৰ্ব্বতীৰ হৃদযন্ত্ৰৰ ক্ৰিয়া বন্ধ হৈ গ'ল। অজ্ঞাত-সাৰে মুখৰ পৰা ওলাই গ'ল, সিও জানো হব পাৰে ?

দেবদাসে বিছনাৰ ওপৰত অলপ আতৰ হৈ বহি ক'লে, পাৰ্ব্বতী, দুৱাৰ মেলি দিয়া।

পাৰ্ব্বতীয়ে আঁতৰি আহি দুৱাৰত পিঠি দি ভালকৈ বহি ক'লে, প্ৰতিজ্ঞা কৰা।

দেবদাসে উঠি আহি ধীৰভাবে কৰলৈ ধৰিলে পাৰু, জোৰ কৰি প্ৰতিজ্ঞা কৰোৱাটো জানো ভাল, নে তাৰপৰা বিশেষ লাভ আছে ? আজিৰ প্ৰতিজ্ঞা হয়তো কাইলৈ নাথাকিব, কিয় মোক আৰু মিছলীয়া কৰিবি খোজ ?

আকৌ বহুপৰ নিশব্দে অতিবাহিত হ'ল। এনেতে ক'ৰবাত কোনোবা ঘৰৰ ঘৰীত টং টং ন' বাজি গ'ল। দেৱদাস ব্যস্ত

হৈ পৰিল, ক'লে, পাৰু ছুবাৰ মেলি দে। পাৰ্ব্বতীয়ে কথা নকলে। অ' পাৰু ?

মই কোনোমতে নাযাওঁ, এইবুলি পাৰ্ব্বতী ৰুদ্ধ আবেগত তাতেই বাগৰি পৰিল—বহুপৰ বৰকৈ কান্দিবলৈ ধৰিলে। ঘৰৰ ভিতৰত এতিয়া ঘোৰ অন্ধকাৰ—একোৱে দেখা নাযায়। দেৱ-দাসে মাত্ৰ অনুমানৰ ওপৰত বুজিলে, পাৰ্ব্বতীয়ে মাটিত পৰি কান্দি আছে—লাহে লাহে মাত দিলে, পাৰু ?

পাৰ্ব্বতীয়ে কান্দি উত্তৰ দিলে, দেৱদা, মোৰ যে বৰ কষ্ট। দেবদাস ওচৰলৈ আহিল। তাৰ চকুতো পানী, কিন্তু মাত বিকৃত হব পাৰা নাই। ক'লে, সেই কথা আৰু নেজানোনে ?

দেবদা, মই যে মৰি যাব ধৰিছোঁ। কেতিযাও তোমাৰ সেবা কৰিবলৈ নাপালোঁ—মোৰ যে আজন্মৰ বাসনা—

আন্ধাৰত চকু মচি দেৱদাসে ক'লে, তাৰো তো সময় আছে।

তেনেহলে মোৰ ওচৰলৈ ব'লা। ইযাত তোমাক চাব-চিন্তিবৰ কোনো নাই।

তোৰ ঘৰলৈ গ'লে খুব যতন কৰিবি ?

মোৰ সৰুকালিৰ কামনা। স্বৰ্গৰ দেবতা। মোৰ এই কামনাটো পূৰ্ণ কৰি দিযা। তাৰ পিছত মৰোঁ, তাতো দুখ নাই।

এইবাৰ দেৱদাসৰ চকুতো পানী ওলাল।

পাৰ্ব্বতীয়ে আকৌ ক'লে, দেৱদা, মোৰ ঘৰলৈ ব'লা।

দেৱদাসে চকু মচি ক'লে, বাৰু, যাম।

মোক ছুই কোবা যাবা।

দেবদাসে অনুমান কৰি পাৰ্ব্বতীৰ ভৰি ছুই ক'লে, এইকথা কেতিযাও নেপাহৰোঁ। মোৰ যতন ল'লে যদি তোমাৰ দুখ গুচে—মই যাম। মৰিবৰ আগতো মোৰ এইকথা মনত থাকিব।

## ত্ৰয়োদশ পৰিচ্ছেদ

দেউতাক ঢুকোবাৰ পিছত একেৰাহে ছ'মাহ ঘৰত থাকি দেৱদাসৰ একেবাৰে অসহ্য হৈ উঠিল। সুখ নাই, শান্তি নাই, নিতান্ত গতানুগতিক আমনিলগা জীবন। তাৰ ওপৰত ক্ৰমাগত পাৰ্ব্বতীৰ চিন্তা, আজি কালি সকলো কামতে তাইক মনত পৰে। আৰু, ককাযেক দ্বিজদাস আৰু পতিব্ৰতা বৌবেকে দেৱদাসৰ জ্বালা আৰু বঢ়াই তুলিলে।

মাকৰ অবস্থাও দেবদাসৰ দৰে। গিৰিয়েকৰ মৃত্যুৰ লগে লগেই তেওঁৰ সমস্ত সুখৰ ওৰ পৰিল। পৰৰ তলত এই ঘৰ তেওঁৰ ক্ৰমে অসহনীয় হৈ উঠিছে। আজি কেইদিনমানৰ পৰা তেওঁ কাশীবাস কৰাৰ কথা ভাবি আছিল, মাত্ৰ দেৱদাসৰ বিযাখন নপতাকৈ যাব নোৱাৰে। মাত্ৰ কৈ আছে, দেৱদাস, এজনী ছোবালী বিয়া কৰ—মই চাই যাওঁ। কিন্তু সেইটো কেনেকৈ সম্ভৱ হয়? একেই অশৌচ, তাতে আকৌ মনতলগা পাত্ৰী বিচাৰিব লাগিব। আজি কালি সেইবাবে তেওঁৰ মাজে মাজে দুখ হয বোলে, সেই সময়ত পাৰ্ব্বতীৰ লগত বিয়া পাতিলেই ভাল হ'লহেতেন। এদিন তেওঁ দেৱদাসক মাতি আনি ক'লে, দেবদাস, আৰু তো নোবাৰো—কেইদিনমানৰ বাবে কাশীলৈ গ'লেই হয়। দেৱদাসৰ সেয়ে ইচ্ছা, ক'লে, ময়ো তাকেই কওঁ। ছ'মাহৰ পিছত ঘূৰি আহিলেই হ'ব।

হয় বোপা, তাকেই কৰা। শেষত ঘূৰি আহি তেখেতৰ

বছৰেকীয়া হৈ গ'লে, তোৰ বিযাখন পাতি তোক সংসাৰী দেখি, মই কাশীবাস কৰিম।

দেবদাস সম্মত হৈ মাকক কিছুদিনৰ বাবে কাশীত থৈ আহি কলিকতালৈ গ'ল। কলিকতালৈ আহি তিনিচাৰিদিন ধৰি দেবদাসে চুণিলালৰ অনুসন্ধান কৰিলে। সি নাই, বহু সলাই ক'ৰবালৈ গৈছে। এদিন গধূলি সময়ত চন্দ্ৰমুখীৰ কথা তাৰ মনত পৰিল। এবাৰ দেখা কৰিলে কেনে হব? ইমানদিন তাইৰ কথা মুঠেই মনত পৰা নাছিল। দেবদাসৰ যেন অলপ লাজ লাগিল, এখন গাড়ী কেৰেযা কৰি গধূলিৰ অলপ পিছতেই চন্দ্ৰমুখীৰ ঘৰৰ সমুখত আহি উপস্থিত হ'ল। বহুপৰ চিঞৰ-বাখৰ কৰাৰ পিছত ভিতৰৰ পৰা তিৰোতা কণ্ঠৰ উত্তৰ আহিল—ইয়াত নাই। সমুখত এটা গেছপোষ্ট আছিল, দেবদাসে সেইটোৰ ওচৰলৈ আহি ক'লে, ক'ব পাৰানে মানুহজনী ক'লৈ গৈছে? খিড়িকী মেলি কিছুপৰ তাই চাই থাকি ক'লে, তুমিযেনে দেবদাস?

এৰা।

ৰবা, দুৱাৰ মেলি দিওঁ। দুৱাৰ মেলি তাই ক'লে, আহা। মাতটো যেন কিছু পৰিচিত, তথাপি ভালকৈ চিনিব নোৱাৰিলে। অলপ আন্ধাৰো হৈছিল। সন্দেহ কৰি ক'লে, চন্দ্ৰমুখী কত ক'ব পাৰানে?

তিৰোতাজনীয়ে মিচিকিযা হাঁহি মাৰি ক'লে, পাৰোঁ, ওপৰলৈ ব'লা। এইবাৰ দেবদাসে চিনিব পাৰিলে—অ' তুমি?

এৰা মই। দেৱদাস, মোক একেবাৰে পাহৰি গৈছা?

ওপৰলৈ গৈ দেৱদাসে দেখিলে, চন্দ্ৰমুখীৰ পিন্ধনত ক'লা পাৰীৰ চুৰিযা, কিন্তু মলিযন। হাতত মাত্ৰ দুগছ বালা, অন্য অলঙ্কাৰ নাই। মূৰৰ চুলি আউল বাউল বিস্মিত হৈ ক'লে, তুমি? ভালকৈ চাই দেখিলে চন্দ্ৰমুখী আগতকৈ বহুতো খীণাইছে। ক'লে, তোমাৰ অসুখ হৈছিল নেকি?

চন্দ্ৰমুখী হাঁহি ক'লে, শাৰীৰিক অসুখ অলপো নহয। তুমি ভালকৈ বহা।

দেবদাসে বিছনাত বহি দেখিলে, ঘৰটোৰ একেবাৰে সম্পূৰ্ণ পৰিবৰ্ত্তন হৈছে। ঘৰৰ গৰাকিয়নীৰ দৰে ঘৰখনতো দুৰ্দ্দশাৰ সীমা নাই? এবিধো সাজ-সজুলি নাই, আলমাৰি, মেজ, চাচিয়াৰ ঠাই শূন্য হৈ পৰি আছে। মাত্ৰ এখন বিছনা, চাদৰ মলিয়ন, বেৰৰ গাৰ ছবিবোৰ আঁতৰাই পেলোৱা হৈছে। লোৰ খুটি এতিযাও পোতা আছে, দুই এটাত ৰঙা ফিতা এতিযাও ওলমি আছে। ওপৰৰ সেই ঘৰীটো এতিয়াও ব্ৰেকেটৰ ওপৰত আছে, কিন্তু শব্দহীন। ওচৰে-কাষৰে মকৰাই ইচ্ছামত জাল বই থৈছে। এটা কোণত এটা তেলৰ চাকিয়ে ক্ষীণ পোহৰ বিলাব ধৰিছে, তাৰেই সহাযত দেবদাসে নতুন ধৰণৰ গৃহসজ্জা চাই ল'লে। অলপ আচৰিত, অলপ ক্ষুব্ধ হৈ ক'লে, চন্দ্ৰ, এনেকুৱা দুৰ্দ্দশা কেনেকৈ হ'ল? চন্দ্ৰমুখীযে ম্লান হাঁহি মাৰি ক'লে, দুৰ্দ্দশা বুলি তোমাক কোনে ক'লে? মোৰ দেখোন ভাগ্য মুকলি হৈছে।

দেবদাসে বুজিব নোৱাৰিলে, ক'লে, তোমাৰ গাৰ গহনাই বা গ'ল কলৈ?

বেচি পেলাইছোঁ।

সাজ-সজুলি ?

তাকো বেচিছোঁ।

ঘৰৰ ছবিবোৰো বেচিছা ?

এইবাৰ চন্দ্ৰমুখীয়ে হাঁহি সমুখৰ ঘৰ এটা দেখুৱাই ক'লে, সৌ-ঘৰৰ ক্ষেত্ৰমণিক দি দিছোঁ।

দেবদাসে কিছুপৰ মুখৰ ফালে চাই থাকি ক'লে, চুণিবাবু ক'ত ?

ক'ব নোৱাৰোঁ। তুমাহমান হ'ল কাজিয়া কৰি গুচি গৈছে, আৰু অহা নাই।

দেবদাস আৰু আচৰিত হ'ল—কাজিয়া কিয় ?

চন্দ্ৰমুখীয়ে ক'লে, কাজিয়া নহয় নেকি ?

হয়, কিন্তু কিয় ?

দালালি কৰিবলৈ আহিছিল, সেইবাবে খেদি দিছিলোঁ।

কিহৰ দালালি ?

চন্দ্ৰমুখীয়ে হাঁহি ক'লে, মৰাপাটৰ। তাৰ পিচত ক'লে, তুমি বুজিব নোৱাৰা কিয় ? এজন ধনী মানুহক ধৰি আনিছিল মাহে দু'শ টকা, এ'দম অলঙ্কাৰ আৰু দুৱাৰমুখত এজন চিপাহী। বুজিলা ?

দেবদাসে বুজি পাই হাঁহি ক'লে, ক'তা সেইবোৰ একোকে দেখোন নেদেখো।

থাকিলেহে দেখিবা ? মই সিহঁতক খেদি দিছিলোঁ।

সিহঁতৰ অপৰাধ ?

অপৰাধ একো বেছি নাছিল, কিন্তু মোৰ ভাল নালাগিল।

দেৱদাসে বহুপৰ ভাবি ক'লে, তেতিয়াৰ পৰাই আৰু কোনেও ইয়ালৈ অহা নাইনে ?

নাই। তেতিযাৰ পৰাই কিয়, তুমি যোৱাৰ পিছদিনাৰ পৰাই ইযালৈ কোনো অহা নাই, মাত্র চুণি মাজে মাজে আহি বহিছিল, কিন্তু দু'মাহৰ পৰা সিও বন্ধ।

দেবদাস বিছনাৰ ওপৰত শুই পৰিল। অইনফালে চাই বহুপৰ নিতাল মাৰি থাকি লাহে লাহে ক'লে, চন্দ্রমুখী, তেনেহলে দোকানপাট সকলো তুলি দিলা ?

এবা, দেউলীযা হৈ গৈছোঁ।

দেৱদাসে সেইকথাৰ উত্তৰ নিদি ক'লে, কিন্তু কি কৰি খাবা ?

এই যে শুনিলা কিছু গহনাপাতি আছিল, বিক্রি কৰিছোঁ ?

তাৰে আৰু কিমান হ'ব ?

বেছি নহয়। প্রায় আঠ-ন'শ টকা মোৰ আছে। এজন বেপাৰীৰ ওচৰত ৰাখিছোঁ—সি মোক মাহে কুৰি টকা দিয়ে।

কুৰি টকাত আগেয়ে দেখোন তোমাৰ নচলিছিল ?

নাই চলা, আজিও ভালকৈ নচলে। তিনি মাহৰ ঘৰৰ কেৰেয়া বাকী, সেইবাবে ভাবিছোঁ, হাতৰ এই খাৰু দুপাত বেচি সকলোবোৰ পৰিশোধ কৰি অইন ক'ৰবালৈ গুচি যাম।

ক'লৈ যাবা ?

সেইটো এতিয়াও ঠিক কৰা নাই। কোনো কম খৰচ হোৱা ঠাইলৈ—কোনো গাঁৱলৈ—য'ত কুৰি টকাত মাহেকটো চলিব পাৰি।

ইমানদিন যোৱা নাই কিয? যদি সঁচাকৈযে তোমাৰ আৰু একো প্ৰয়োজন নাই, তেনেহলে ইমানদিন মিছাকৈ কিয ধাৰৰ বোজা বঢ়ালা?

চন্দ্ৰমুখীয়ে তলমুৰ কৰি কিছুপৰ ভাবি ল'লে। তাইৰ জীৱনত এই কথাটো কবলৈ আজি তাই প্ৰথম লাজ কৰিলে।

দেৱদাসে ক'লে নিতাল মাৰি ৰ'লা দেখোন?

চন্দ্ৰমুখীয়ে বিছনাৰ এচুকত সঙ্কুচিত ভাবে বহি লাহে লাহে ক'লে, খং নকৰিবা দেই? আশা কৰিছিলোঁ, যাবৰ আগতে তোমাৰ লগত এবাৰ দেখা হলে ভাল হয। ভাবিছিলোঁ, তুমি হয়তো আৰু এবাৰ আহিবা। আজি তুমি আহিছা, এতিযা কাইলৈ যাবৰ চেষ্টা কৰিম। কিন্তু ক'লৈ যাম, কবানে?

দেৱদাস বিস্মিত হৈ উঠি বহিল, ক'লে, মাত্ৰ মোক দেখা পাবৰ আশাত? কিন্তু কিয়?

এটা খেয়াল। তুমি মোক বৰ ঘৃণা কৰিছিলা। ইমান ঘৃণা কোনেও কেতিয়াও কৰা নাই, বোধকৰো সেইবাবে। আজি তোমাৰ মনত পৰে নে নপৰে নাজানো, কিন্তু মোৰ বেছ মনত আছে, যিদিনা তুমি ইয়ালৈ প্ৰথম আহিছিলা, সেইদিনাৰ পৰাই তোমাৰ ওপৰত মোৰ দৃষ্টি পৰিছিল। তুমি ধনীৰ সন্তান সেই কথা জানিছিলোঁ, কিন্তু ধনৰ আশাত তোমাৰ প্ৰতি আকৃষ্ট

হোবা নাছিলোঁ। তোমাৰ আগতে কিমান মানুহ ইয়ালৈ আহিছে গৈছে, কিন্তু কাৰো ভিতৰত কেতিয়াও এনে তেজ দেখা নাই। আৰু তুমি আহিয়েই মোক আঘাত কৰিলা, এটা অযাচিত, উপযুক্ত অথচ অনুচিত রূঢ ব্যবহাৰৰ দ্বাৰাই, ঘৃণাত মুখ ঘূৰাই থাকিলা, শেহত ধেমালিৰ দৰে কিছু দি গ'লা। এইবোৰ মনত পৰেনে?

দেবদাস মনে মনে থাকিল। চন্দ্ৰমুখীয়ে আকৌ কবলৈ ধৰিলে, তেতিয়াৰ পৰাই তোমাৰ প্ৰতি দৃষ্টি ৰাখিলোঁ। ভাল পাই নহয়, ঘৃণা কৰিও নহয়। এটা নতুন বস্তু দেখিলে যেনেকৈ সেইটো খুব মনত থাকে, তোমাক সেইবাবে কোনোমতে পাহৰিব পৰা নাই—তুমি আহিলে বৰ ভয়ে ভয়ে সতৰ্ক হৈ থাকিছিলোঁ, কিন্তু নাহিলে একোতে ভাল নালাগিছিল। তাৰ পিছত আকৌ কি যে মতিভ্ৰম ঘটিল—এই দুটা চকুৰে বহুত বস্তুকেই বেলেগ ধৰণে চাব ধৰিলোঁ। আগৰ "মই"ৰ লগত এনেভাবে সলনি হৈ গলোঁ যেন সেই 'মই' আৰু নহওঁ। তাৰ পিছত তুমি মদত ধৰিলা। মদৰ ওপৰত মোৰ বৰ ঘৃণা। কোনোবা মাতাল হলে তাৰ ওপৰত বৰ খং উঠিছিল কিন্তু তুমি মাতাল হোৱাত খং উঠিছিল, কিন্তু বৰ দুখ পাইছিলোঁ। এই বুলি চন্দ্ৰমুখীয়ে দেবদাসৰ ভৰিৰ ওপৰত হাতখন থৈ চল্-চলীয়া চকুৰে ক'লে, মই বৰ অধম, মোৰ অপৰাধ নধৰিবা। তুমি যে কিমান কথা কৈছিলা, কি প্ৰবল ঘৃণাৰে আঁতৰাই দিছিলা, মই কিন্তু তোমাৰ তিমানেই ওচৰলৈ যাব খুজিছিলোঁ। শেহত শুই পৰিলে—

থাকক, সেইবোৰ নকওঁ, হয়তো আকৌ খং কৰি উঠি যাবা।
দেবদাসে একোকে নকলে—নতুন খবৰৰ কথা বাৰ্ত্তাই তাক কিছু বেজাৰ দিছিল। চন্দ্ৰমুখীয়ে গোপনে চকুপানী মচি ক'বলৈ ধৰিলে, এদিনাখন তুমি কৈছিলা—আমি কিমান সহ্য কৰোঁ। লাঞ্ছনা, অপমান, জঘন্য অত্যাচাৰ, উপদ্ৰৱৰ কথা—সেইদিনাৰ পৰাই বৰ অভিমান হৈছে, মই সকলোবোৰ বন্ধ কৰি দিছোঁ।

দেবদাসে উঠি বহি সুধিলে, কিন্তু দিন চলিব কেনেকৈ ?

চন্দ্ৰমুখীয়ে ক'লে, সেই কথা তো আগেযে কৈছোঁ।

ভাবি লোবা বাৰু, সি যদি তোমাৰ সমস্ত টকা ফাঁকি দি নিযে—

চন্দ্ৰমুখীয়ে ভয় নাখালে। শান্ত সহজভাবে ক'লে, আচৰিত নহয, কিন্তু সেই কথাও ভাবিছোঁ। বিপদত পৰিলে তোমাৰ পৰা অলপ ভিক্ষা কৰি ল'ম।

দেবদাসে ভাবি ক'লে, সেযে ভাল, লবা। এতিযা অইন ক'ৰবালৈ যাবৰ চেষ্টা কৰা।

কালিয়ে কৰিম। থাকু তুপাত বেচি, এবাৰ দোকানীৰ লগত দেখা কৰিম।

দেৱদাসে জেপৰ পৰা পাঁচখন এশ-টকীয়া নোট উলিয়াই গাৰুৰ তলত থৈ ক'লে, থাকু বিক্ৰি নকৰিবা, কিন্তু দোকানীৰ লগত দেখা কৰিবা। কিন্তু ক'লৈ যাবা ? কোন তীৰ্থলৈ ?

নহয় দেৱদাস! তীৰ্থ-ধৰ্ম্মৰ ওপৰত মোৰ সিমান আস্থা

নাই। কলিকতাৰ পৰা বেছি দূৰলৈ নাযাওঁ। ওচৰে-পাজৰে কোনো গাৱঁত থাকিম গৈ।

কোনো ভদ্ৰ পৰিয়ালত দাসী হৈ থাকিবা নেকি ?

চন্দ্ৰমুখীৰ চকুত আকৌ পানী ওলাল। মচি ক'লে, প্ৰবৃত্তি নহয়। স্বাধীন ভাবে স্বচ্ছন্দে থাকিম। কিয় দুখ কৰিবলৈ যাম ? শাৰীৰিক কষ্ট কোনোদিনো সহিব পৰা নাই, এতিয়াও নোবাৰিম। আৰু বেছি টনাটনি কৰিলে হয়তো ফালি যাব।

দেবদাসে বিষন্নমুখে ঈষৎ হাঁহিলে, ক'লে, কিন্তু নগৰৰ ওচৰত থাকিলে আকৌ হয়তো প্ৰলোভনত পৰিবা - মানুহৰ মনক বিশ্বাস কৰিব নোবাৰি।

এইবাৰ চন্দ্ৰমুখীৰ মুখ প্ৰফুল্ল হৈ উঠিল। সেইকথা সঁচা, মানুহৰ মনক বিশ্বাস কৰিব নোবাৰি ঠিক, কিন্তু মই আৰু প্ৰলোভনত নপৰোঁ। তিৰোতা মানুহৰ লোভ বৰ বেছি সেই কথা স্বীকাৰ কৰোঁ, কিন্তু যিবোৰ লোভৰ বস্তু, যেতিয়া ইচ্ছা কৰিয়ে ত্যাগ কৰিছোঁ, তেতিয়া আৰু মোৰ ভয় নাই। হঠাৎ যদি খাম-খেয়ালিৰ ওপৰত এৰিলেঁাহেতেন, তেতিয়াহলে সাৱধান হবৰ প্ৰয়োজন আছিল, কিন্তু ইমান দিনৰ ভিতৰত এদিনোতো মোৰ অনুতাপ কৰিবলগীয়া হোৱা নাই। মই যে বেছ সুখত আছোঁ।

তথাপি দেবদাসে মূৰ জোকাৰিলে, ক'লে, তিৰোতাৰ মন বৰ চঞ্চল—বৰ অবিশ্বাসী।

এইবাৰ চন্দ্ৰমুখী একেবাৰে ওচৰতে আহি বহিল। হাতত ধৰি ক'লে, দেৱদাস।

সি তাইৰ মুখৰ ফালে চালে, এতিয়া আৰু ক'ব নোবাৰিলে, মোক সুদ্ধবা।

চন্দ্ৰমুখীয়ে মৰমসনা চকুৰে, ঈষৎ কম্পিত কণ্ঠে তাৰ হাত দুখন নিজৰ কোলাৰ ওপৰলৈ টানি নি ক'লে, আজি শেষ দিন, আজি আৰু খং নকৰিবা দেই। এটা কথা তোমাক সুধিবৰ বৰ ইচ্ছা গৈছে। সেইবুলি তাই অলপ সময় স্থিৰ দৃষ্টিৰে দেৱদাসৰ মুখৰ ফালে চাই থাকি ক'লে, পাৰ্ব্বতীয়ে জানো তোমাক খুব বেছি আঘাত দিছে?

দেবদাসে ভ্ৰূকুটি কৰিলে, ক'লে সেইকথা কিয়?

চন্দ্ৰমুখী বিচলিত নহ'ল। শান্ত দৃঢ়স্বৰে ক'লে, মোৰ প্ৰয়োজন আছে। তোমাক সঁচাকৈয়ে কৈছোঁ, তুমি দুখ পালে মোৰো অন্তৰত বৰকৈ লাগে, তাৰ বাহিৰে মই বোধকৰোঁ বহুত কথাই জানো। মাজে মাজে ৰাগীৰ জ্বালত তোমাৰ মুখৰ পৰা বহুত কথাই শুনিছো। কিন্তু তথাপি মোৰ বিশ্বাস নহয় যে পাৰ্ব্বতীয়ে তোমাক ঠগাইছে। বৰং ভয় হয়, তুমি নিজেই নিজক ঠগাইছা। দেৱদাস, মই তোমাতকৈ বয়সত ডাঙৰ, এই সংসাৰত বহুত বস্তু দেখিছোঁ। মোৰ কি ভাব হয় জানা? মোৰ ভাব হয়, সৰ্বাচলতে তোমাৰেই ভুল হৈছে। মই ভাবোঁ, চঞ্চল আৰু অস্থিৰ চিত্ত বুলি তিৰোতাৰ যিমান দুৰ্ণাম, সিমানখিনি দুৰ্ণাম পাবলগীয়া তেওঁলোক নহয়। অখ্যাতি কৰোঁতাও তোমালোক, সুখ্যাতি কৰোঁতাও তোমালোক। তোমালোকৰ যি ক'বৰ—অনায়াসে কোৱা, কিন্তু তেওঁলোকে সেইটো নোৱাৰে। নিজৰ মনৰ কথা

প্ৰকাশ কৰিব নোবাৰে , পাৰিলেও সেইকথা সকলোৱে নুবুজে। কিযনো, বৰ অস্পষ্ট হয—তোমালোকৰ মুখৰ ওচৰত তল পৰি যায়। তাৰ পিছত অখ্যাতিটোবে মানুহৰ মুখে মুখে স্পষ্ট, স্পষ্টতৰ হৈ উঠে।

চন্দ্ৰমুখীযে অলপ বৈ, কণ্ঠস্বৰ আৰু অলপ পৰিষ্কাৰ কৰি লৈ ক'ব ধৰিলে, এই জীবনত ভালপোবাৰ কাৰবাৰ বহুদিন কৰিছোঁ, কিন্তু এবাৰ মাত্ৰ ভাল পাইছোঁ। সেই ভাল পোৱাৰ মূল্য বহুত। বহুত শিকিছোঁ। জানাযে নহয, ভালপোবা এক, আৰু ৰূপৰ মোহ আন, এই দুটাত বৰ গোলমাল লাগে, আৰু পুৰুষেই বেছি গোলমাল লগায়। ৰূপৰ মোহটো তোমালোকতকৈ আমাৰ বোলে বহুত কম, সেইবাবে এক মুহূৰ্ত্তেই আমি তোমালোকৰ দৰে উন্মত্ত হৈ নুঠোঁ। তোমালোকে আহি যেতিয়া প্ৰেম নিবেদন কৰা—কিমান কথাৰে, কিমান ভাৱেৰে যেতিয়া ভাল পোৱা প্ৰকাশ কৰা, আমি নিতাল মাৰি থাকোঁ। বহুত সময়ত তোমা-লোকৰ মনত কষ্ট দিবলৈ লাজ কৰোঁ, দুখ পাওঁ, সঙ্কোচ বোধ কৰোঁ। যেতিয়া মুখ চাবলৈকো ঘৃণা ওপজে, তেতিয়াও হয়তো লাজতে ক'ব নোবাৰোঁ—মই তোমাক ভাল পাব নোৱাৰিম। তাৰ পিছত এটা বাহ্যিক প্ৰণযৰ অভিনয় চলে, এদিনাখন যেতিয়া সেইটো শেষ হৈ যায়, পুৰুষমানুহে খঙতে অস্থিৰ হৈ কয়, কি বিশ্বাসঘাতক? সকলোৱে সেইকথা শুনে, সেই কথাকে বুজে। আমি তেতিয়াও নিতাল মাৰি থাকোঁ। মনত কিমান কষ্ট হয়, কিন্তু কোনে সেইটো চাবলৈ যায়?

দেবদাসে একো কথা নকলে। তাযো কিছুপৰ নিশব্দে মুখৰ ফালে চাই থাকি ক'লে, হযতো একপ্ৰকাৰ মমতা জন্মে, তিৰোতাই ভাবে, এই হবলা ভাল পোৱা। শান্ত, ধীৰ ভাবে সংসাৰৰ কাজ কৰ্ম্ম কৰে, দুখৰ সমযত প্ৰাণপণে সাহায্য কৰে, তোমালোকে কিমান সুখ্যাতি কৰা, মুখে মুখে তাইৰ কিমান ধন্যবাদ। কিন্তু হযতো তেতিযাও তাইৰ ভালপোৱাৰ বৰ্ণপৰিচয় নহয। তাৰ পিছত যদি কোনোবা অশুভ মুহূৰ্ত্তত তাইৰ বুকুৰ ভিতৰডোখৰ অসহ্য বেদনাত ছট্ ফট্ কৰি ওলাই আহি থিয দিয়ে তেতিযা —এই বুলি কৈ তাই দেৱদাসৰ মুখৰ ফালে তীব্ৰ দৃষ্টিপাত কৰি ক'লে, তেতিযাও তোমালোকে চিঞৰি কৈ উঠা— 'কলঙ্কিনী'। ছিঃ ছিং। হঠাৎ দেবদাসে চন্দ্ৰমুখীৰ মুখখন হাতেৰে চেপি ধৰি কৈ উঠিল, চন্দ্ৰমুখী, ই কি? চন্দ্ৰমুখীযে লাহে লাহে হাত আতঁৰাই দি ক'লে, ভয় নাই দেবদাস, মই তোমাৰ পাৰ্ব্বতীৰ কথা কবলৈ যোবা নাই।

এই বুলি তাই নিতাল মাৰিলে। দেবদাসেও অলপ সময় নিতাল মাৰি থাকি অন্যমনস্কৰ দৰে ক'লে, কিন্তু কৰ্ত্তব্য আছে তো? ধৰ্ম্মাধৰ্ম্ম আছে তো? চন্দ্ৰমুখীযে কলে, সেইবোৰ তো আছেই। আৰু আছে বুলিযে দেবদাস যি যথাৰ্থ ভাল পায়, সি সহ্য কৰি থাকে। মাত্ৰ অন্তৰেৰে ভাল পাযো যে কিমান সুখ, কিমান তৃপ্তি—যি গম পায, সি নিৰৰ্থক সংসাৰৰ মাজত দুখ অশান্তি আনিব নোখোঁজে। কিন্তু কি কব খুজিছিলোঁ। দেৱদাস—মই নিশ্চযকৈ জানো পাৰ্ব্বতীয়ে তোমাক অকণো

ঠগোৱা নাই, তুমি নিজকে নিজে টগাইছা। আজি এইকথা বুজাবৰ সাধ্য নাই, মই জানোঁ, কিন্তু যদি কেতিয়াবা সেই সময় আহে, তেতিয়া হয়তো দেখিবলৈ পাবা, মই সঁচা কথা কৈছিলোঁ। দেবদাসৰ দুচকু পানীৰে ভৰি উঠিল। আজি কিবাকৈ তাব যেন ভাব হ'ল, চন্দ্ৰমুখীৰ কথাই সঁচা। এই চকুলো চন্দ্ৰমুখীয়ে দেখা পালে, কিন্তু মচিবলৈ চেষ্টা নকৰিলে। মনে মনে কবলৈ ধৰিলে, তোমাকে মই বহুবাৰ বহুত ৰকমে দেখিছোঁ, মই তোমাৰ মন জানোঁ। ভালকৈ বুজিছোঁ, সাধাৰণ পুৰুষৰ দৰে তুমি ভাল-পোৱা যাচি জনাব নোৱাৰিবা। পিছে ৰূপৰ কথা, ৰূপ কোনে ভাল নাপায়? কিন্তু সেই বুলিয়ে যে তোমাৰ ইমানখিনি মনোবল ৰূপৰ পদতলত আত্মবিসৰ্জ্জন কৰিবা, সেইকথা কোনোমতেই বিশ্বাস নহয়। পাৰ্ব্বতী হয়তো অতিশয় ৰূপহী কিন্তু তথাপি ভাব হয়, তাযে তোমাক আগতে ভাল পাইছিল, আগধৰি তায়ে সেই-কথা জনাইছিল।

মনে মনে কওঁতে কওঁতে হঠাৎ তাইৰ মুখৰ পৰা অস্পষ্টভাৱে ওলাই গ'ল, নিজৰ কথাৰ পৰাই বুজিছোঁ তাই তোমাক কিমান ভাল পায়।

দেৱদাসে ততালিকে উঠি বহি ক'লে, কি কৈছা?

চন্দ্ৰমুখীয়ে ক'লে, একো নহয়। কৈছিলোঁ যে তাই তোমাৰ ৰূপত ভোল যোৱা নাই। তোমাৰ ৰূপ আছে সঁচা, কিন্তু সি ভোল যাবলগীয়া নহয়। এই তীব্ৰ ৰুক্ষ ৰূপ সকলোৰ চকুত নপৰে, কিন্তু যাৰ পৰে, তাই আৰু চকু ঘূৰাব নোৱাৰে। এই

বুলি এটা দীঘল হুমুনিয়াহ পেলাই ক'লে, তুমি যে কেনেকুৱা আকৰ্ষণৰ বস্তু, সেইকথা যি কেতিয়াবা তোমাক ভাল পাইছে সি জানে। এই স্বৰগৰ পৰা ইচ্ছা কৰি ঘূৰি যাব, এনেকুৱা তিৰোতা জানো পৃথিবীত আছে ?

আকৌ কিছুপৰ নীৰবে তাৰ মুখৰ ফালে চাই থাকি লাহে লাহে ক'ব ধৰিলে, এনেকুৱা ৰূপ তো চকুত নপৰে। বুকুৰ একেবাৰে মাজ ডোখৰত ইযাব গভীৰ ছাঁ পৰেগৈ। তাৰ পিছত দিন শেষ হলে জুইৰ লগত চিতাত ছাই হৈ যায।

দেবদাসে বিহ্বল-দৃষ্টিৰে চন্দ্ৰমুখীৰ মুখৰ ফালে চাই ক'লে, আজি তুমি এইবোৰ কি কৈ আছা ?

চন্দ্ৰমুখীযে ঈষৎ হাঁহি মাৰি ক'লে, এনেকুৱা বিপদ আৰু নাই দেবদাস, যাক ভাল নাপাওঁ, সি যদি জোৰ কৰি ভাল পোৱাৰ কথা শুনাবলৈ যায। কিন্তু মই মাত্ৰ পাৰ্ব্বতীৰ কাৰণে ওকালতি কৰিছিলোঁ—নিজৰ বাবে নহয।

দেবদাসে উঠিবলৈ সাজু হৈ ক'লে, এইবাৰ মই যাওঁ।

আৰু অলপ বহাঁ। কেতিযাও তোমাক সজ্ঞান অবস্থাত পোৱা নাই, কেতিযাও এনেকৈ হাতছুখনত ধৰি কথা কবলৈ পোৱা নাই—ই যে কি তৃপ্তি। কৈযে হঠাতে হাঁহি পেলালে।

দেৱদাসে আচৰিত হৈ ক'লে, হাঁহিলা যে ?

একো নহয, মাত্ৰ এটি পুৰাণ কথা মনত পৰি গ'ল, সি আজি দহ বছৰ আগৰ কথা—যেতিযা মই ভাল পাই ঘৰ এৰি আহোঁ। তেতিয়া ভাব হৈছিল কিমান যে ভাল পাওঁ, বোধকৰো প্ৰাণ-

টোও দিব পাবোঁ। তাৰ পিছত এদিনাখন সামান্য এপাত গহনা লৈযে দুযোৰো ভিতৰত এনেকুৱা কাজিয়া হৈ গ'ল যে, আৰু কেতিযাও কোনেও কাৰো মুখ নেদেখিলোঁ। মনক সান্ত্বনা দিলোঁ। সি মোক মুঠেই ভাল নাপাইছিল, নহলে নো গহনা নিদিযেনে ?

আৰু এবাৰ চন্দ্ৰমুখীযে আপোন মনে হাঁহি পেলালে। পিছ মুহূৰ্ত্তত শান্ত, গম্ভীৰ মুখে লাহে লাহে ক'লে, মিছা গহনাপাতি। তেতিযা জানো জানিছিলোঁ, সামান্য মুৰৰ বিষ গুচাবলৈযো অকাতৰে এই প্ৰাণটো পৰ্য্যন্ত দিব পাৰি ? তেতিয়া বুজা নাছিলোঁ সীতা দমন্তীৰ ব্যথা, বিশ্বাস কৰা নাছিলোঁ জগাই-মাধাইৰ কথা। বাৰু, দেবদাস, এই জগতত সকলো কথাই সম্ভব, নহয়নে ?

দেবদাসে একোকে ক'ব নোবাৰিলে, হতবুদ্ধিৰ দৰে শূন্য দৃষ্টিৰে অলপপৰ চাই থাকি ক'লে, মই যাওঁ—

ভয কিহৰ, আৰু অলপ বহঁা। মই তোমাক আৰু ভুলাই ৰাখিব নোখোজোঁ—সেইদিন মোৰ অতীত হৈছে। এতিযা তুমিও মোক যিমান ঘৃণা কৰা মযো তোমাক সিমান খিনি ঘৃণা কৰোঁ, কিন্তু দেবদাস, এজ'নী বিয়া নকৰোৱা কিয় ?

ইমানপৰে দেৱদাসৰ যেন নিশ্বাস পৰিল, অলপ হাঁহি ক'লে, উচিত অৱশ্যে, কিন্তু প্ৰবৃত্তি নহয়।

নহলেও কৰোৱা, ল'ৰা-ছোবালীৰ মুখ দেখিলেও বহুত শান্তি

পাবা। তাৰ বাহিৰেও মোৰো এটা উপায় হয। তোমাৰ ঘৰত দাসীৰ দৰে থাকিও স্বচ্ছন্দে দিন কটাব পাৰিম।

দেবদাসে হাঁহি ক'লে, বাৰু, তেতিযা তোমাক মাতি আনিম।

চন্দ্ৰমুখীযে তাৰ হাঁহি যেন দেখাই নাপালে, ক'লে, দেবদাস, আৰু এটা কথা সুধিবলৈ ইচ্ছা হয।

কি?

তুমি ইমানপৰ মোৰ লগত কথা পাতিলা কিয?

কিবা দোষ হ'ল নেকি?

সেইটো নেজানো। কিন্তু একেবাৰে নতুন। মদ খাই জ্ঞান নেহেৰুৱালে কেতিযাও তো তুমি আগেযে মোৰ মুখৰ ফালে নাচাইছিলা।

দেবদাসে সেই প্ৰশ্নৰ জবাব নিদি বিষণ্ণ মুখেৰে ক'লে, এতিয়া মদ ছুব নেপায—মোৰ দেউতা ঢুকাইছে।

চন্দ্ৰমুখীযে বহুপৰ করুণ চাৱনিৰে চাই থাকি ক'লে, ইযাৰ পিছত আকৌ খাবা নেকি?

ক'ব নোবাৰোঁ।

চন্দ্ৰমুখীযে তাৰ হাতদুখন আৰু অলপ টানি লৈ কান্দোনৰ সুৰত ক'লে, যদি পাৰা, এৰি দিবা, অসময়ত এনেকুৱা সোণৰ প্ৰাণ নষ্ট নকৰিবা।

দেৱদাসে হঠাৎ থিয় দি ক'লে, মই যাওঁ। ঘ'লৈ যোৱা খবৰ দিবা—আৰু যদি কেতিযাবা কিহবাৰ প্ৰয়োজন হয়, মোৰ ওচৰত লাজ নকৰিবা।

চন্দ্ৰমুখীয়ে প্ৰণাম কৰি পদধূলি লৈ ক'লে, আশীৰ্ব্বাদ কৰা, যেন সুখী হওঁ। আৰু এটা কথা—ঈশ্বৰে নকৰক, কিন্তু যদি কেতিয়াবা দাসীৰ প্ৰয়োজন হয়, মোৰ কথা মনত পেলাবা।

বাৰু। এই বুলি দেবদাস গুচি গ'ল। চন্দ্ৰমুখীয়ে হাত জোৰ কৰি কান্দি কান্দি ক'লে, ভগবান। আৰু এবাৰ যেন দেখা পাওঁ।

## চতুৰ্দ্দশ পৰিচ্ছেদ

দু’-বছৰমান হ’ল, পাৰ্ব্বতীয়ে মহেন্দ্ৰৰ বিয়াখন পাতিদি বহুতখিনি নিশ্চিন্ত হৈছে। জলদবালা বুদ্ধিমতী আৰু কামিলা। পাৰ্ব্বতীৰ সলনি ঘৰুৱা কামবন বহুতো তাই কৰে। পাৰ্ব্বতীয়ে এতিয়া আন ফালে মন দিছে। তাইৰ বিয়া হবৰ আজি পাঁচ বছৰ হ’ল, কিন্তু কোনো সন্তান নাই। নিজৰ ল’ৰা-ছোৱালী নথকা বাবে পৰৰ ল’ৰা ছোৱালীৰ প্ৰতি তাইৰ বৰ মৰম। দুখীয়া নিচলাৰ তো কথায়ে নাই, এনেকি যিসকলৰ অবস্থা কিছু ভাল তেওঁ-লোকৰ ল’ৰা-ছোৱালীৰো অধিকাংশ খৰচৰ ভাৰ তেওঁ বহন কৰে। ইয়াৰ বাহিৰেও গোঁসাই ঘৰৰ কাম কৰি, সাধু সন্ন্যাসীৰ সেৱা কৰি, খোৰা-কণাৰ সেৱা শুশ্ৰূষা কৰি তাই দিনবোৰ কটায়। গিৰিয়েকক উদগাই পাৰ্ব্বতীয়ে আৰু এটা অতিথিশালা তৈয়াৰ কৰিছে। তাত নিৰাশ্ৰয়, সহায়হীন লোক ইচ্ছামতে থাকিব পাৰে—জমিদাৰৰ ঘৰৰ পৰাই তাৰ খোৱা পিন্ধা মিলে। আৰু এটা কাম পাৰ্ব্বতীয়ে খুব গোপনে কৰে, গিৰিয়েককো জানিব নিদিয়ে। দৰিদ্ৰ ভদ্ৰ পৰিয়ালবোৰক গোপনে অৰ্থ সাহায্য কৰে। এইটো তাইৰ নিজা খৰচ। গিৰিয়েকৰ পৰা প্ৰতি মাহে যি পায় সকলোখিনি ইয়াতে খৰচ কৰে। কিন্তু যি ধৰণে যিয়ে খৰচ হয় সদৰ কাছাৰীৰ কৰ্ম্মচাৰীবিলাকে জানিবলৈ বাকী নাথাকে। দাসীবোৰে লুকাই চুৰকৈ শুনি

আহে বোলে সংসাৰ চলোবাৰ খৰচ আজিকালি দু'গুণৰ অধিক বাঢ়ি গৈছে—তহবিল শূন্য—মুঠেই জমা নহয়। ঘৰৰ বাহিৰা খৰচ বেছি হলে, দাসদাসীৰ যেন সেইটো মৰ্ম্মান্তিক হয়। সিহঁতৰ পৰাই জলদবালাই এইবোৰ কথা শুনিবলৈ পায়। এদিনাখন ৰাতি তাই গিৰিয়েকক ক'লে, তুমি এইখন ঘৰৰ কোনোৱে নোহোবা নেকি?

মহেন্দ্ৰই ক'লে, কিয় কোৱাঁচোন?

ঘৈণীয়েকে ক'লে, দাস-দাসীবোৰে দেখিবলৈ পায়, আৰু তুমি নোপোবা? দেউতাই ন-ঘৈণীয়েকৰ ওচৰত প্ৰাণ সঁপি দিছে, তেখেতে তো আৰু একো নকয়, কিন্তু তোমাৰ কোবা উচিত।

মহেন্দ্ৰই কথাটো নুবুজিলে, কিন্তু উদ্‌গ্ৰীব হৈ উঠিল, সুধিলে কিহৰ কথা?

জলদবালাই গম্ভীৰ হৈ স্বামীক মন্ত্ৰণা দিবলৈ ধৰিলে—নতুন আইৰ ল'ৰা-ছোবালী নাই, তেওঁৰ কিয় সংসাৰৰ প্ৰতি টান হব, আটাইবোৰ যে উৰাই দিলে, দেখিবলৈ নোপোবা?

মহেন্দ্ৰই কপাল কোঁচাই ক'লে, কেনেকৈ?

জলদে ক'লে, তোমাৰ চকু থাকিলে দেখিবলৈ পালাহেঁতেন। আজিকালি ঘৰৰ খৰচ দু'গুণ—সদাব্ৰত, দান-দক্ষিণা, অতিথি-ফকিৰ। ভাল, তেখেতে বাৰু পৰকালৰ কাম কৰিছে, কিন্তু তোমাবোতো ল'ৰা-ছোৱালী হব। তেতিয়া সিহঁতে কি খাব? নিজৰ বস্তু বিলাই দি শেষত ভিক্ষা কৰিবা নেকি?

মহেন্দ্ৰই বিছনাৰ ওপৰত উঠি বহি ক'লে, তুমি কাৰ কথা কৈছা, আইৰ কথা ?

জলদে ক'লে, মোৰ পোৰা কপাল যে এইবোৰ আকৌ মুখ ফুটাই কব লাগে ।

মহেন্দ্ৰই ক'লে, তেনেহলে তুমি আইৰ নামত গোচৰ দিব আহিছা ?

জলদে খং কৰি ক'লে, মোৰ গোচৰ মকৰ্দ্দমাৰ দৰ্কাৰ নাই, মাত্ৰ ভিতৰুৱা কথাটো জনাই থলোঁ, নহলে শেষত মোকেই দোষ দিলাহেতেন ।

মহেন্দ্ৰই বহুপৰ টলকা মাৰি বহি থাকি ক'লে, তোমাৰ বাপেৰাৰ ঘৰত নিতৌ চৰু চাউলৰ দেখাদেখি নহয়, তুমি জমিদাৰৰ ঘৰৰ খৰচৰ বিষয়ে কি বুজা ?

এইবাৰ জলদেও খং কৰি উঠিল, ক'লে, তোমাৰ আয়েৰাৰ বাপেকৰ ঘৰতেই বা কেইটা অতিথি-শালা আছে বাৰু ?

মহেন্দ্ৰই আৰু তৰ্কাতৰ্কি নকৰি টলকা মাৰি পৰি থাকিল । ৰাতিপুৱা উঠিযে পাৰ্ব্বতীৰ ওচৰলৈ আহি ক'লে, কি বিয়া কৰাই দিলা আই, তাইক লৈ সংসাৰ কৰিব নোৱাৰি । মই কলিকতালৈ ওলালোঁ ।

পাৰ্ব্বতীয়ে অবাক হৈ ক'লে, কিয় বোপা ?

তোমালোকৰ বিৰুদ্ধে কটু কথা কয়—মই তাইক ত্যাগ কৰিলোঁ ।

পাৰ্ব্বতীয়ে কিছুদিনৰ পৰা ডাঙৰ বোৱাৰীয়েকৰ আচৰণ

লক্ষ্য কৰি আছিছিল , কিন্তু সেই ভাব চেপি ৰাখি হাঁহি ক'লে, ছিঃ বোপা তাই যে মোৰ বৰ ভাল ছোৱালী। তাৰ পিছত তেওঁ জলদক অকলশৰীয়াকৈ মাতি নি ক'লে, বোৱাৰী, কাজিয়া হৈছে হবলা ?

ৰাতিপুবাৰ পৰাই জলদে গিৰিয়েকৰ কলিকতা যাত্ৰাৰ আযোজন দেখি মনে মনে ভয় পাইছিল, শাহুবেকৰ কথাত কান্দি পেলাই ক'লে, মোৰেই দোষ হৈছে আই। কিন্তু সৌ দাসী বোৰেই খৰচ পত্ৰৰ কথা লৈ কোৱা-কুই কৰে।

পাৰ্ব্বতীয়ে তেতিয়া সকলোবোৰ শুনিলে। নিজে লজ্জিতা বোৱাৰীয়েকৰ চকু মচি দি ক'লে, বোৱাৰী তুমি ঠিকেই কৈছা। কিন্তু মই আই তেনে সংসাৰী নহওঁ, সেইবাবে খৰচৰ ফালটো মোৰ মনত নাছিল।

তাৰ পিছত মহেন্দ্ৰক মাতি আনি ক'লে, বোপা বিনা দোষত খং নকৰিবা তুমি স্বামী, তোমাৰ মঙ্গল চিন্তাৰ বাহিৰে তিৰোতাৰ আৰু সকলো কথা তুচ্ছ হোবা উচিত। বোৱাৰী তোমাৰ লক্ষ্মী। কিন্তু সেইদিনাৰ পৰাই পাৰ্ব্বতীয়ে হাত কোঁচাই আনিলে। অতিথি শালাত, দেবালয়ত আৰু তেনেকুৱা সেবা-পূজা নচলিলে, অনাথ অন্ধ, ফকিৰ বহুতে ঘূৰি যাব ধৰিলে। স্বামীয়ে শুনি পাৰ্ব্বতীক মাতি নি ক'লে, লক্ষ্মীৰ ভঁৰাল উদং হ'ল নেকি ?

পাৰ্ব্বতীয়ে হাঁহি উত্তৰ দিলে, মাত্ৰ দি থাকিলেই চলিব কেনেকৈ ? কিছুদিন জমা কৰিবো লাগে—দেখা নাইনে খৰচ কিমান বাঢ়ি গৈছে ?

গ'লেই বা। মোৰ আৰু কিমান দিন? কেইদিনমান সংকাম কৰি পৰকালৰ ফালটো চোৱা উচিত।

পাৰ্ব্বতীয়ে হাঁহি ক'লে, ইয়ে বৰ স্বাৰ্থপৰৰ দৰে কথা। নিজৰটোৰে চাবা আৰু ল'ৰা-ছোৱালীবোৰ উঠি যাব? কেই-দিনমান টলকা মাৰি থাকা, তাৰ পিছত আকৌ সকলো হব। কাম-কাজ মানুহৰ তো আৰু শেষ নাযায!

গতিকেই চৌধুৰী ডাঙৰীয়া নিৰস্ত হ'ল।

পাৰ্ব্বতীৰ এতিয়া কাম কমিছে, সেইবাবে চিন্তাটো কিছু বাঢ়িছে, কিন্তু সকলোবোৰ চিন্তাৰে একোটা ধৰণ আছে। যাৰ আশা আছে, সি একৰকমে ভাবে, আৰু যাৰ আশা নাই, সি অন্য ৰকমে ভাবে। পূৰ্ব্বোক্ত ভাৱৰ ভিতৰত সজীবতা আছে, সুখ আছে, দুখ আছে, তৃপ্তি আছে, উৎকণ্ঠা আছে, সেইবাবে মানুহক ভাগৰুৱা কৰি দিয়ে, বেছিপৰ ভাবিব নোৱাৰে কিন্তু আশাহীনৰ সুখ নাই, অথচ তৃপ্তি আছে। চকুলোও পৰে, গভীৰতাও আছে—কিন্তু নিতৌ নতুনকৈ মৰ্ম্মভেদ নকৰে। পাতল মেঘৰ দৰে য'তে ত'তে ভাহি ফুৰে। য'ত বতাহ নালাগে, ত'ত থিয় দিয়ে, আৰু য'ত লাগে সেই ঠাইৰ পৰা আঁতৰি যায়। তন্ময় মন উদ্বেগহীন, চিন্তাত এক প্ৰকাৰ সাৰ্থকতা লাভ কৰে। পাৰ্ব্বতীৰ আজিকালি ঠিক তাকেই হৈছে। সেৱা-পূজা কৰিবলৈ বহি অস্থিৰ উদ্দেশ্যহীন, হতাশ মনটো হঠাতে একোবাৰ তালসোণাপুৰৰ বাঁহবাৰী, আম বাগিছা, পঢ়াশালিঘৰ, মথাউৰিৰ পাৰ প্ৰভৃতি ঘূৰি আহে। আকৌ হয়তো এনেকুৱা কোনোবা

ঠাইত লুকাই পৰে যে পাৰ্ব্বতীয়ে নিজকেই বিচাৰি উলিয়াব নোবাৰে। আগতে হয়তো ওঠৰ কোণত হাঁহি ওলাইছিল, এতিয়া হয়তো এটোপা চকুলো টপকৈ কোষাৰ পানীৰ লগত মিহলি হৈ যায়, তথাপি দিন যায়। কাম কৰি, শুৱলা মাতেৰে কথা-বতৰা পাতি, পৰোপকাৰ, সেবা-শুশ্রূষা কৰিও যায়, আকৌ সকলো পাহৰি ধ্যানমগ্না যোগিনীৰ দৰেও যায়। কোনোৱে কয় লক্ষ্মী স্বৰূপা অন্নপূৰ্ণা, কোনো কোনোৱে কয় অন্য-মনস্কা উদাসিনী। কিন্তু কালি ৰাতিপুৱাৰ পৰাই তাইৰ অন্য এক ৰকমৰ পৰিবৰ্ত্তন দেখা দিছে। যেন কিছু তীব্ৰ, কিছু কঠোৰ। সেই পৰিপূৰ্ণ জোৱাৰৰ পানীৰে ভৰা গঙ্গাত যেন হঠাতে ক'ৰবাৰ পৰা ভাটাৰ টান ধৰিছে। ঘৰৰ কোনেও কাৰণ নাজানে, মাত্ৰ আমি জানো। মনোৰমাই কালি গাৱঁৰ পৰা এখন চিঠি লিখিছে। লিখা কথাখিনি এই :—

পাৰ্ব্বতী, বহুদিনৰ পৰা দুয়োৰো কোনেও কালৈকো চিঠি লিখা নাই, সেইবাবে দোষটো উভয়ৰে হৈছে। মোৰ ইচ্ছা এটা মিটামাট হৈ যায়। দুয়োজনৰে দোষ স্বীকাৰ কৰি অভিমানটো কম কৰোঁ। কিন্তু মই ডাঙৰ, সেইবাবে ময়ে মানভিক্ষা খুজি ললোঁ। আশা কৰোঁ সোনকালে উত্তৰ দিবা। আজি প্ৰায় এমাহ হ'ল ইয়ালৈ আহিছোঁ। আমি গৃহস্থ-ঘৰৰ তিৰোতা-বিলাকে শাৰীৰিক ভাল-বেয়াটো ঠিকমতে নুবুজোঁ। মৰিলে কওঁ স্বৰ্গলৈ গৈছে, আৰু জীয়াই থাকিলে কওঁ ভালে আছে। ময়ো সেইমতে ভালে আছোঁ। কিন্তু ই হ'ল নিজৰ কথা,

বাহিৰা কথা। কামৰ কথাত যে বিশেষ কিবা আছে তেনে নহয়, পিছে এটি খবৰ দিবলৈ বৰ ইচ্ছা হৈছে। কালিৰ পৰা ভাবিছোঁ দিম নে নিদিম। দিলে তোমাৰ দুখ হব, নিদিলেও মই ৰব নোবাৰোঁ—যেন মাৰীচৰ দশা হৈছে। দেবদাসৰ কথা শুনি তোমাৰ তো দুখ হবই, কিন্তু মযো যে তোমাৰ কথা ভাবি নাকান্দি থাকিব নোবাৰোঁ। ভগবানে ৰক্ষা কৰিছে, নহলে তুমি যেনেকুৰা অভিমানিনী, তাৰ হাতত পৰিলে, ইমান দিনে হযতো পানীত বুৰিলাহেঁতেন, নহয বিহ খালাহেঁতেন। আৰু তাৰ কথা আজি শুনিলেও শুনিবা, দুদিন পিছত হলেও শুনিবা, কিযনো, যিকথা গোটেই সংসাৰৰ মানুহে জানে, তাক আৰু লুকাই ৰখাৰ কি লাভ।

আজি প্ৰায ছয-সাতদিন হ'ল, সি ইয়ালৈ আহিছে। তুমি তো জানাযে জমিদাৰ-গৃহিণী কাশীবাসী হৈছে আৰু দেবদাস কলিকতাবাসী হৈছে। ঘৰলৈ আহিছে মাত্ৰ ককাযেকৰ লগত কাজিয়া কৰিবলৈ, আৰু টকা নিবলৈ। শুনিলোঁ, এনেকৈ সি মাজে সময়ে আহে, যিমানদিন টকাৰ যোগাৰ নহয, সিমানদিন থাকে, টকা পালে গুচি যায়।

তাৰ দেউতাক ঢুকাবৰ আজি প্ৰায় আঢৈ বছৰ হ'ল। শুনি আচৰিত হবা এইখিনি সময়ৰ ভিতৰত সি নেকি তাৰ অৰ্দ্ধেক সম্পত্তি উৰাই দিছে। দ্বিজদাস বোলে বৰ ভাল হিচাবী মানুহ, সেইবাবে পৈতৃক সম্পত্তি নিজে ৰক্ষা কৰিছে, নহলে ইমানদিনে পাঁচজনে লুটি খালেহেঁতেন। মদ আৰু বেশ্যাত

সৰ্ব্বস্বান্ত হব ধৰিছে, কোনে তাক ৰক্ষা কৰিব? একমাত্ৰ পাৰে যমে। আৰু তাৰো বোধকৰো বেছি পলম নাই। ভাগ্যে ৰক্ষা—যে বিয়া কৰোৱা নাই।

আহ! দুখো লাগে, সেই সোণৰ বৰণ নাই, সেই ৰূপ নাই, সেই শ্ৰী নাই—ই যেন অইন কোনোবা। ৰুক্ষ চুলিবোৰ বতাহত উৰি আছে চকু কোটৰত সোমাইছে, নাক যেন তৰোবালৰ দৰে উন্নত হৈ উঠিছে। কি কুৰূপ যে হৈছে, তোমাক আৰু সেই কথা কি ক'ম? দেখা পালে ঘিণ লাগে, ভয় হয়। গোটেই দিনটো নদীৰ পাৰত, মথাউৰিৰ গুৰিত বন্দুক হাতত লৈ চৰাই মাৰি ফুৰে। আৰু ৰদত মূৰ ঘূৰণি উঠিলে মথাউৰিৰ পাৰৰ সেই বগৰি জোপাৰ তলত তলমূৰা কৰি বহি থাকে। গধূলিৰ পিছত ঘৰলৈ গৈ মদ খায়, ৰাতি শোবে নে ঘূৰি ফুৰে ভগৱানে জানে।

সিদিনা গধূলি সময়ত পানী আনিবলৈ নৈলৈ গৈছিলোঁ; দেখোঁ দেবদাস বন্দুক হাতত লৈ পাৰে পাৰে শুকান মুখে গৈ আছে। মোক চিনিব পাৰি ওচৰলৈ আহি থিয় দিলে—মইতো ভয়তে মৰোঁ। ঘাটত মানুহ-দুনুহ নাই—মই সিদিনা আৰু মোৰ ভিতৰত নাছিলোঁ। ভগৱানে ৰক্ষা কৰিছে যে কোনোৰূপ মাতলামি বা বদ্‌মাচি কৰা নাই। নিৰীহ ভদ্ৰ মানুহটোৰ দৰে শান্ত ভাৱে ক'লে, মনো ভালে আছা নে আইদেউ?

মই আৰু কি কৰিম, ভয়ে ভয়ে মূৰ দোঁৱাই কলোঁ, আছোঁ। তেতিয়া সি এটা দীঘল হুমুনিয়াহ পেলাই ক'লে, সুখে থাকা

ভনীটী, তোমালোকক দেখা পালে বৰ আনন্দ পাওঁ। তাৰ পিছত লাহে লাহে গুচি গ'ল। মই যদি উঠোঁ তেনেহলে পৰিযে যাওঁ—প্ৰাণপণে লৰি পলালোঁ। আই-ঔ! ভাগ্যে হাততাত একো ধৰি পেলোৱা নাই। থাকক তাৰ কথা—সেইবোৰ দুৰ্ব্বৃত্তৰ কথা লিখিবলৈ গলে চিঠিত নধৰিব।

বৰ দুখ দিলোঁ নেকি ভনীটী? আজিও তাক যদি পাহৰা নাই তেনেহলে কষ্ট হবই, কিন্তু উপায কি? আৰু সেইবাৰে ৰাতুল চৰণত যদি অপৰাধ হৈ থাকে তেনেহলে নিজগুণে তোমাৰ স্নেহাকাঙ্খিনী মনো বাইদেউক ক্ষমা কৰিবা।

কালি চিঠি আহিছিল। আজি তাই মহেন্দ্ৰক মাতি আনি ক'লে, দুখন পালৃকী আৰু বত্ৰিশজন ভাৰী লাগে, মই এতিযাই তালসোণাপুৰলৈ যাম।

মহেন্দ্ৰই আচৰিত হৈ সুধিলে, পালৃকী আৰু ভাৰী অনাই দিওঁ, কিন্তু দুখন কিয আই?

পাৰ্ব্বতীয়ে ক'লে, তুমি লগত যাবা বোপা। বাটত যদি মৰোঁ, মুখাগ্নি কৰিবলৈ বৰ ল'ৰাৰ প্ৰযোজন।

মহেন্দ্ৰই আৰু একো নকলে। পালৃকী আহি পোৱাত্তে দুযোজনে প্ৰস্থান কৰিলে।

চৌধুৰী ডাঙৰীযাই শুনিবলৈ পাই ব্যস্ত হৈ দাস-দাসীক সুধিলে, কোনেও কিন্তু কাৰণ ক'ব নোৱাৰিলে। তেতিয়া তেখেতে বুদ্ধি খৰচ কৰি আৰু পাঁচজন দাৰোৱান, দাস-দাসী পঠাই দিলে।

এজন চিপাহীয়ে সুধিলে, বাটত লগ পালে পালকী ঘূৰাই আনিব লাগিব নেকি ?

তেখেতে ভাবি-চিন্তি ক'লে, নালাগে, প্ৰয়োজন নাই। তোমালোক লগত যোবা—যাতে কোনো বিপদ আপদ নঘটে।

সেইদিনা গধূলিপৰত পাল্‌কীতুখন আহি তালসোণাপুৰ পালেগৈ, কিন্তু দেবদাস গাঁৱঁত নাই। সেইদিনা দুপৰীযাই কলিকতালৈ গৈছে।

পাৰ্ব্বতীযে কপালত চপৰিযাই ক'লে, অদৃষ্ট। মনোৰমাৰ লগত দেখা কৰিলে।

মনোই ক'লে, পাৰু—দেবদাসক চাবলৈ আহিছিলা নেকি ?

পাৰ্ব্বতীযে ক'লে, নহয়, লগত লৈ যাবলৈ আহিছিলোঁ, ইয়াত তেওঁৰ আপোন মানুহ তো কোনো নাই।

মনোৰমা অবাক হ'ল। ক'লে, কোৱা কি ? লাজ নকৰিলে-হেঁতেন ?

লাজ কৰিম কাক ? নিজৰ বস্তু নিজে লৈ যাম—তাত লাজ কিহৰ ?

ছি ছি—সি কি কথা ? এটা সম্বন্ধ পৰ্য্যন্ত নাই—এনে কথা মুখলৈ নানিবা।

পাৰ্ব্বতীয়ে ম্লান হাঁহি মাৰি ক'লে, মনো বাইদেউ, জ্ঞান হোৱাৰ পৰা যিকথা বুকুৰ মাজত বাহ লৈ আছে, একো একোবাৰ

সি মুখৰ পৰা ওলাই পৰে। তুমি সেইবাবে এইকথা শুনিবলৈ পালা।

পিছদিনা ৰাতিপুবা পাৰ্ব্বতী পিতাক আৰু মাকৰ চৰণত সেৱা কৰি আকৌ পাল্‌কীত উঠিল।

## পঞ্চদশ পৰিচ্ছেদ

আজি দু'বছৰৰ পৰা অশথঝুৰি গাঁৱঁত চন্দ্ৰমুখীয়ে ঘৰ বান্ধিছে। সৰু নৈখনিৰ পাৰত, এডোখৰ ওখ ঠাইত তাইৰ বেছ পৰিষ্কাৰ দু'টা মাটিৰ ঘৰ, কাষতে এখন চালি, তাত ক'লা ৰঙৰ এজনী নাতুকী গাই বন্ধা থাকে। ঘৰ দু'টা, এ'টাত ৰন্ধাবঢ়া আৰু ভঁৰাল, আনটোত তাই শোৱে। চোতাল পৰিষ্কাৰ পৰিচ্ছন্ন, ৰমা জালোবাৰ জীয়েকে নিতৌ মচি দি যায়। চাৰিওফালে এৰাগছৰ বেৰা, মাজত এজোপা বগৰিগছ, আৰু এফালে তুলসীৰ জাবণি। সমুখত নৈৰ ঘাট-মানুহ লগাই, খেজুৰি গছ কাটি খট্‌খটি সজাই লৈছে। তাইৰ বাহিৰে এই ঘাট আৰু কোনেও ব্যৱহাৰ নকৰে। বাৰিষা দুই পাৰ উপচি চন্দ্ৰমুখীৰ ঘৰৰ তললৈকে পানী আহে। গাঁৱঁৰ মানুহ ব্যগ্ৰ হৈ কোৰ লৈ লৰি আহে। তলত মাটি পেলাই ওখ কৰি দি যায়। এই গাঁৱঁত ভদ্ৰলোকৰ বাস নাই। খেতিয়ক, গুৱাল, চণ্ডাল, দুইঘৰ তেলী আৰু গাঁৱঁৰ মূৰত দুঘৰমান মুচিৰ বসতি। চন্দ্ৰমুখীয়ে এই গাঁৱঁলৈ আহি দেৱদাসক খবৰ দিলে, উত্তৰত সি আৰু কিছু টকা পঠাই দিলে। এই টকা চন্দ্ৰমুখীয়ে গাঁৱঁৰ মানুহক ধাৰে দিলে। বিপদে-আপদে সকলোৱে তাইৰ ওচৰলৈ লৰি আহে— টকা লৈ ঘৰলৈ যায়। চন্দ্ৰমুখীয়ে সুত নলয়—তাৰ সলনি কলটো, মূলাটো, বাৰীৰ শাক-পাচলি সিহঁতে ইচ্ছা কৰি দি

যায়। মূলটকাৰ বাবেও কেতিযাও জোৰ নিদিয়ে। যি দিব নোবাৰে সি নিদিযে।

চন্দ্ৰমুখীযে হাঁহি কয, আৰু তোক কেতিযাও নিদিওঁ।

সি বিনীতভাবে কয়, আই, আশীৰ্ব্বাদ কৰা এইবাৰ যেন ভাল খেতি হয।

চন্দ্ৰমুখীযে আশীৰ্ব্বাদ কৰে। আকৌ হয়তো ভাল খেতি নহয, খাজনাৰ তাগিদা পৰে—আকৌ আহি হাত পাতি থিয হয—চন্দ্ৰমুখীযে আকৌ দিযে। মনে মনে হাঁহি কয, তেখেত জীয়াই থাকক, মোৰ টকাৰ চিন্তা কি?

কিন্তু তেখেত ক'ত? প্ৰায ছ'মাহ হ'ল তাই কোনো খবৰ পোৱা নাই। চিঠি লিখিলে উত্তৰ নাহে, ৰেজেষ্টাৰী কৰি দিলে ঘূৰি আহে। এঘৰ গুৱালক চন্দ্ৰমুখীযে নিজৰ ঘৰৰ কাষলৈ তুলি আনিছে। তাৰ পুতেকৰ বিযাত সাৰে দহগণ্ডা টকা কন্যা-পণ দিছে, এযোৰা নাঙল কিনি দিছে। সিহঁতে সপৰিবাৰে চন্দ্ৰ-মুখীৰ আশ্ৰিত আৰু নিতান্ত অনুগত। এদিন ৰাতিপুৱা চন্দ্ৰ-মুখীয়ে ভৈৰৱ গুৱালক মাতি আনি ক'লে, ভৈৰব, তালসোণাপুৰ ইযাৰ পৰা কিমান দূৰৈ জানানে?

ভৈৰবে ভাবিচিন্তি ক'লে, দুখন পথাৰ পাৰ হলেই কাছাৰী।

চন্দ্ৰমুখীয়ে সুধিলে, তাতে জমিদাৰ থাকে হবলা?

ভৈৰৱে ক'লে, হয, তেখেতে এই মুলুকৰ জমিদাৰ। এই গাঁৱঁখন তেখেতৰে। আজি তিনিবছৰ হ'ল তেখেত স্বৰ্গী হৈছে, সকলো প্ৰজাই প্ৰায় এমাহকাল তাত লুচি-মিঠৈ খাইছিল।

এতিয়া তেখেতৰ দুজন পুতেক আছে, বৰ ডাঙৰ মানুহ—ৰজা।

চন্দ্ৰমুখীয়ে ক'লে, ভৈৰব, মোক তালৈ লৈ যাব পাৰিবানে?

ভৈৰবে ক'লে, কিয় নোৱাৰিম আই? যিদিনা ইচ্ছা ব'লা।

চন্দ্ৰমুখীয়ে উদ্‌গ্ৰীব হৈ ক'লে, তেনেহলে ব'লাচোন ভৈৰব, আমি আজিযেই যাওঁ।

ভৈৰবে বিস্মিত হৈ ক'লে, আজিয়েই! তাৰ পিছত চন্দ্ৰমুখীৰ মুখৰ ফালে লক্ষ্য কৰি ক'লে, তেনেহলে আই তুমি সোনকালে ৰান্ধি-বাঢ়ি ওলোবা, মেয়ো দুটামান মুৰি বান্ধি লওঁ।

চন্দ্ৰমুখীয়ে ক'লে, মই আৰু ৰন্ধা-বঢ়া নকৰোঁ ভৈৰব, তুমি মুৰি বান্ধি লোবা।

ভৈৰবে ঘৰলৈ গৈ অলপ মুৰি আৰু গুৰ চেলেঙত বান্ধি কান্ধত পেলাই ল'লে। এডাল লাঠি হাতত লৈ খন্তেক পিছতেই ঘূৰি আহি ক'লে, তেনেহলে ব'লা, কিন্তু একো নোখোৱানে আই?

চন্দ্ৰমুখীয়ে ক'লে, নাখাও ভৈৰব, মোৰ এতিয়াও সেৱা-পূজা হোৱা নাই, যদি সময় পাওঁ তেনেহলে তালৈ গৈ সেইবোৰ কৰিম।

ভৈৰবে আগে আগে বাট দেখুৱাই গ'ল। পাছে পাছে চন্দ্ৰমুখীয়ে বৰ কষ্টেৰে আলিৰ ওপৰেদি যাব ধৰিলে। অভ্যাস নথকা কুমলীয়া ভৰিদুখন ক্ষত-বিক্ষত হৈ তেজেৰে ৰাঙলি হ'ল, ৰ'দত গোটেই মুখখন ৰঙা পৰি উঠিল। স্নান, আহাৰ একোকে হোৱা নাই, তথাপি চন্দ্ৰমুখীয়ে পথাৰৰ পাছত পথাৰ পাৰ হৈ

যাব ধৰিলে। পথাৰৰ খেতিয়কবিলাকে আচৰিত হৈ মুখৰ ফালে চাই থাকিল।

চন্দ্ৰমুখীৰ পিন্ধনত এখন ৰঙাপাৰিৰ কাপোৰ, হাতত দুগছি বালা, মূৰত কপালৰ ওপৰলৈকে আধা ওৰণি, গোটেই গাটো এখন ডাঠ বিছনাৰ চাদৰেৰে ঢকা। বেলি মাৰ যাবলৈ যেতিয়া আৰু বেছি পলম নাই, সেইসময়ত দুযোজনে গাঁৱঁত আহি উপস্থিত হ'ল। চন্দ্ৰমুখীয়ে অলপ হাঁহি ক'লে, ভৈৰব, তোমাৰ দুখন পথাৰ এতিয়াহে শেষ হ'লনে ?

ভৈৰবে পৰিহাসটো বুজিব নোবাৰি সৰলভাবে ক'লে, আই। এইবাৰ আহি পাইছোঁ। কিন্তু তোমালোকৰ এই সুখী দেহা লৈ আজি আৰু উভতি যাব পৰিবানে ?

মনে মনে ক'লে, আজি কিয়, কাইলৈও বোধকৰোঁ ইমান বাট খোজকাঢ়ি যাব নোৱাৰিম।

মুখ ফুটাই ক'লে, ভৈৰব, গাড়ী পায়নে ?

ভৈৰবে ক'লে, নাযাব কিয় আই, গৰুৰ গাড়ী ঠিক কৰিম ? গাড়ী ঠিক কৰিবলৈ হুকুম দি চন্দ্ৰমুখীয়ে জমিদাৰৰ ঘৰত সোমাল।

ভৈৰৱ গাড়ী ঠিক কৰিবলৈ অইনফালে গ'ল। অন্তঃপুৰত ওপৰৰ বাৰাণ্ডাত ডাঙৰ বোৱাৰী ( আজিকালি জমিদাৰ গৃহিণী ) বহি আছিল। এজনী দাসীয়ে চন্দ্ৰমুখীক তালৈ লৈ গ'ল। উভয়ে উভয়ৰ ফালে চালে।

চন্দ্ৰমুখীয়ে নমস্কাৰ কৰিলে। বোৱাৰীৰ দেহত অলঙ্কাৰ নধৰা হৈছে, চকুৰ কোণেদি অহঙ্কাৰ ফাটি পৰিব ধৰিছে। ওঁঠ

দুটা আৰু দাঁতবোৰ তামোল জৰদাৰে প্ৰায় ক'লা হৈ গৈছে। এফালৰ গালখন ওখ, সম্ভৱ তামোল আৰু জৰদাৰে ভৰি আছে। ইমান টানকৈ চুলি বন্ধা আছে যে খোপাটো মূৰৰ ওপৰত উঠিছে। দুই কাণত সৰু-ডাঙৰ বিশ-ত্ৰিশটামান মণি। নাকৰ এফালে নাকফুল, আনফালে বৰ ডাঙৰ ফুটা-খুৰ-সম্ভৱ শাহুৱেক থকাত তাত নাক-বালি পিন্ধিছিল।

চন্দ্ৰমুখীয়ে দেখিলে, বোৱাৰীৰ বে'ছ শকত-আৱত চিকণ দেহ, বৰণ শ্যাম, বে'ছ ডাহি থকা চকু, গোলাকাৰ মুখ, পিন্ধনত ক'লা পাৰী থকা শাৰী, গাত এটা দামী চোলা—সেইটো দেখি চন্দ্ৰমুখীৰ ঘৃণা বোধ হ'ল। আৰু বৰ বোৱাৰীয়ে দেখিলে, চন্দ্ৰ-মুখীৰ বয়স হলেও শৰীৰত ৰূপ উপচি পৰিছে। দুয়োজনেই বোধ কৰো সমবয়সীয়া, কিন্তু বোৱাৰীয়ে মনে মনে সেইটো স্বীকাৰ নকৰিলে। এই গাৱঁত পাৰ্ব্বতীৰ বাহিৰে ইমান ৰূপ তেখেতে আৰু দেখা নাই। আচৰিত হৈ সুধিলে, তুমি কোন হে'?

চন্দ্ৰমুখীয়ে ক'লে, মই আপোনাৰ এজনী প্ৰজা। কেইটকামান খাজনা বাকী পৰিছে, তাকে দিবলৈ আহিছোঁ।

বৰ বোৱাৰীয়ে মনে মনে খুচি হৈ ক'লে, তেনেহলে ইয়ালৈ কিয়? কাছাৰী ঘৰলৈ যোৱা গৈ।

চন্দ্ৰমুখীয়ে মিচিকিয়া হাঁহি মাৰি ক'লে, আমি দুখীয়া মানুহ, সকলোখিনি খাজনাতো দিব নোৱাৰোঁ। শুনিবলৈ পাইছোঁ আপোনাৰ বৰ দয়া, সেইবাবে আপোনাৰ ওচৰলৈ আহিছোঁ, দয়া কৰি কিছু মাফ দিয়ক।

এনেকুৱা কথা বোৱাৰীয়ে জীৱনত এই প্ৰথম শুনিলে— তেওঁৰ দয়া আছে, খাজনা মাফ কৰিব পাৰে—গতিকেই চন্দ্ৰমুখী একেবাৰে প্ৰিয়পাত্ৰী হৈ পৰিল। বৰ বোৱাৰীয়ে কলে, কি কৰা, দিনটোৰ ভিতৰত মই কিমান এৰি দিব লগাত পৰোঁ, কিমান মানুহে আহি মোক ধৰে, মই নিদিওঁ বুলিব নোৱাৰোঁ, এইবাবে তেখেতে মোৰ ওপৰত কিমান খং কৰে। বাৰু তোমাৰ কিমান টকা বাকী পৰিছে?

বেছি নহয় আই, মুঠেই দু'টকা, কিন্তু আমাৰ কাষত সেয়ে যেন পৰ্ব্বত, গোগেই দিনটো আজি খোজ কাঢ়ি আহিছোঁ।

বোৱাৰীয়ে কলে, আহা! তোমালোক দুখীয়া মানুহ, আমি দয়া কৰাই উচিত। অ' বিন্দু, এওঁক বাহিৰলৈ লৈ যোৱা, দেৱান ডাঙৰীয়াক মোৰ নাম কৰি কবাগৈ, যেন টকা দু'টা মাফ দিয়া হয়।

ভাল, বাৰু, তোমাৰনো ঘৰ ক'ত?

চন্দ্ৰমুখীয়ে ক'লে, আপোনাৰে ৰাজ্যত—সৌ অশথঝুৰি গাঁৱঁত। ভাল আই, দেউতাসকল এতিয়া দুই চৰিকৰ নহয় জানো?

বোৱাৰীয়ে ক'লে, পোৱা কপাল। সৰু চৰিকৰ আৰু কি আছে? দু'দিনৰ পিছত মোৰেই হব সকলো।

চন্দ্ৰমুখীয়ে উদ্বিগ্ন হৈ সুধিলে, কিয় আই? সৰু-দেউতাৰ বহুতো ধাৰ হবলা?

বোৱাৰীয়ে ঈষৎ হাঁহি ক'লে, মোৰ ওচৰত সকলো বন্ধক আছে। দেৱৰ একেবাৰে ধ্বংস হৈ গৈছে। কলিকতাত মদ,

বেশ্যা, এই লৈয়ে আছে। কিমান টকা যে উৰাই দিলে তাৰ কি আদি অন্ত আছে ?

চন্দ্ৰমুখীৰ মুখ শুকাল, অলপ বৈ সুধিলে, হয় আই, সৰু—দেউতা ভেনেহলে ঘৰলৈও নাহে নেকি ?

বোৱাৰীয়ে ক'লে, নাহিব কিয় ? যেতিয়া টকাৰ দৰ্কাৰ হয়, আহে। ধাৰ কৰে, সম্পত্তি বন্ধক দিয়ে—গুচি যায়। এই দু' মাহমান হ'ল আহি বাৰহজাৰ টকা লৈ গৈছে। জীয়াই থাকিবৰ চেহেৰাও নাই, গোটেই গাটোতে কুচ্ছিত ব্যাধি হৈছে—ছিঃ-ছিঃ—

চন্দ্ৰমুখী শিয়ঁৰি উঠিল—মলিম মুখে সুধিলে, তেখেত কলিকতাত ক'ত থাকে ?

বোৱাৰীয়ে কপালত এটা চাপৰ মাৰি হাঁহি মুখে ক'লে, পোৰা কপাল ! সেইকথা কোনোবাই জানে জানো ? ক'ত কোন হোটেলত খায়—যাৰ তাৰ ঘৰতে পৰি থাকে—তেওঁহে জানে আৰু তেওঁৰ যমে জানে।

চন্দ্ৰমুখীয়ে হঠাৎ থিয় হৈ ক'লে, মই-যাওঁ—

বোৱাৰীয়ে অলপ আচৰিত হৈ ক'লে, যোৱা নেকি ? অ' বিন্দু, বিন্দু—

চন্দ্ৰমুখীয়ে হাক দি ক'লে, থাকক আই, মই নিজেই কাছাৰী ঘৰলৈ যাব পাৰিম, এই বুলি লাহে লাহে গুচি গ'ল ! ঘৰৰ বাহিৰ ওলাই দেখিলে, ভৈৰৱ বৈ আছে—গৰুৰ গাড়ী প্ৰস্তুত। সেই ৰাতিতে চন্দ্ৰমুখী ঘৰলৈ উভতি আহিল। ৰাতিপুৱা ভৈৰৱক

আকৌ মাতি আনি ক'লে, ভৈৰৱ, আজি মই কলিকতালৈ যাম। তুমিতো যাব নোৱাৰিবা, সেইবাবে, তোমাৰ ল'ৰাকে লগত নিম, কি কোৱা?

তোমাৰ ইচ্ছা। কিন্তু কলিকতালৈ কিয আই, বিশেষ কিবা কাম আছে নেকি?

এৰা ভৈৰব, বিশেষ কাম আছে।

আকৌ কেতিয়া আহিবা আই?

সেইকথা ক'ব নোবাৰোঁ ভৈৰব। হযতো সোনকালে উভতি আহিম, নহযতো পলম হব। আৰু যদি নাহোঁ, এইবোৰ ঘৰ-দুবাৰ তোমাৰ থাকিল।

প্ৰথমতে ভৈৰব অবাক হৈ গ'ল। তাৰ পিছত তাৰ দুইচকু পানীৰে ভৰি গ'ল, ক'লে, সি কি কথা আই? তুমি নাহিলে এই গাৱঁৰ মাহুহ যে কোনেও নিজীযে।

চন্দ্ৰমুখীযে চলচলীযা চকুৰে মিচিকিযা হাঁহি মাৰি ক'লে, সেইটোনো কি কথা ভৈৰব, মই দু'বছৰ হ'ল ইয়ালৈ আহিছোঁ, তাৰ আগতে জানো তোমালোকে জীয়াই নাছিলা?

ইযাৰ উত্তৰ মূৰ্খ ভৈৰৱে দিব নোবাৰিলে। কিন্তু চন্দ্ৰমুখীয়ে অন্তৰেদি সকলো বুজিলে। ভৈৰবৰ ল'ৰা কেবলা মাত্ৰ লগত যাব। গাড়ীত দৰ্কাৰী বস্তুবাহানি বোজাই দি উঠিবৰ সমযত চুবুৰিৰ মতা তিৰোতা সকলোবে চাবলৈ আহিল, দেখি কান্দি-বলৈ ধৰিলে। চন্দ্ৰমুখীৰ নিজৰ চকুতো পানী নধৰে। ছাই কলিকতা। দেৱদাসৰ কাৰণে নহলে কলিকতাৰ বাণীৰ বাব

লবলৈকো চন্দ্ৰমুখী ইমান ভালপোৱা তুচ্ছ কৰি যাব নোৱাৰিলে-হেঁতেন।

পিছদিনা তাই ক্ষেত্ৰমণিৰ ঘৰত আহি উপস্থিত হ'ল। তাইৰ আগৰ ঘৰত এতিয়া অইন মানুহ আহিছে। ক্ষেত্ৰমণি অবাক হৈ গ'ল—বাইদেউ যে। ক'ত আছিলা ইমান দিন?

চন্দ্ৰমুখীয়ে সঁচাকথা গোপন কৰি ক'লে এলাহাবাদত আছিলোঁ।

ক্ষেত্ৰমণিয়ে ভালকৈ দৃষ্টি দি তাইৰ সৰ্ব্বাঙ্গে চকু ফুৰাই ক'লে, তোমাৰ গহনা-পাতি কি হ'ল বাইদেউ?

চন্দ্ৰমুখীয়ে হাঁহি সংক্ষেপে ক'লে, সকলো আছে।

সেইদিনা মুদিৰ লগত দেখা কৰি ক'লে, দয়াল, কিমান টকা পাম?

দয়াল বিপদত পৰিল, প্ৰায় ষাঠি সত্তৰ টকা হব মাইচানা। আজি নহলেও দু'দিন পিছত দিম।

তুমি একোকে দিব নালাগে, যদি মোৰ অলপ কাম কৰি দিয়া।

কি কাম?

দু'দিন খাটিব লাগিব এই মাত্ৰ। আমাৰ চুবুৰিত এটা ঘৰ কেৰেয়া কৰিবা, বুজিলা?

দয়ালে হাঁহি ক'লে বুজিছোঁ মাইচানা।

ভাল ঘৰ, বে'ছ ভাল বিছনা, গাৰু, বিছনাৰ চাদৰ, চাকি, ছবি, দুখন চকি, এখন মেজ—বুজিলা?

দয়ালে মুখ ছুপিয়ালে।

আইনা, ফণি, ৰংকৰা ছু'জোৰা কাপোৰ, চোলা আৰু ভাল গিলৃতী কৰা অলঙ্কাৰ ক'ত পোৱা যায় জানানে ?

দয়াল মুদিয়ে ঠিকনা কৈ দিলে।

চন্দ্ৰমুখীযে ক'লে, তেনেহলে তাৰো এক্সচেট ভাই চাই কিনিব লাগিব—মই লগত গৈ পছন্দ কৰি নিম। তাৰ পিছত হাঁহি ক'লে আমাৰ যি দৰ্কাৰ সকলোস্কো জানাই—এজনী ঝিও ঠিক কৰিব লাগিব।

দয়ালে ক'লে, কেতিয়া লাগিব মাইচানা ?

যিমান সোনকালে হয়। ছুই-তিনিদিনৰ ভিতৰত হলেই ভাল। এইবুলি চন্দ্ৰমুখীয়ে তাৰ হাতত এশটকাৰ নোট এখন দি ক'লে, ভাল বস্তু আনিবা, সস্তাৰ ফালে নাচাবা।

তৃতীয়দিনা তাই নতুন ঘৰলৈ গ'ল। গোটেই দিনটো কেৰলৰামক লগত লৈ নিজ পছন্দমতে ঘৰ সজালে আৰু গধূলিৰ আগতে নিজক সজাবলৈ বহিল। চাবন দি মুখ ধুই তাত পাউডাৰ দিলে, আলতা গুলি ভৰিত দিলে, তামোল খাই ওঁঠ ৰঙা কৰিলে। তাৰ পিছত সৰ্ব্বাঙ্গে অলঙ্কাৰ পিন্ধি, চোলা গাত দি, ৰংকৰা কাপোৰ পিন্ধিলে। বহুদিনৰ মূৰত চুলি বান্ধি আকৌ ফোঁট ললে। আৰ্চিত মুখখন চাই মনে মনে হাঁহি ক'লে, পোৰা কপালত আৰু বা কি আছে।

গাঁওলীয়া ল'ৰা কেৰলৰামে হঠাতে এই সাজন-কাচন, পোষাক-পৰিচ্ছদ দেখি ভয় খাই কলে, বাইদেউ, ই কি।

চন্দ্ৰমুখীয়ে হাঁহি ক'লে, কেবল, আজি মোৰ বৰ আহিব।

কেবলৰামে আচৰিত হৈ চাই থাকিল।

গধূলিৰ পিছত ক্ষেত্ৰ ফুৰিবলৈ আহিল—বাইদেউ, ই আকৌ কি?

চন্দ্ৰমুখীয়ে মিচিকিয়াই হাঁহি ক'লে, এইবোৰ আকৌ লাগে।

ক্ষেত্ৰমণিয়ে অলপপৰ চাই থাকি ক'লে, বাইদেউৰ যিমানে বয়স বাঢ়িছে, ৰূপো সিমানে বাঢ়িছে।

তাই গ'ল, চন্দ্ৰমুখী বহুদিন আগৰ দৰে আকৌ খিড়িকীৰ ওচৰত বহিল। পলকহীন চকুৰে বাটৰ ফালে চাই থাকিল। এয়ে তাইৰ কাম, ইয়াকে কৰিবলৈ তাই আহিছে—যিমানদিন ইয়াতে থাকিব, তিমানদিন ইয়াকেই কৰিব। নতুন মানুহ কোনোবা হয়তো আহিবলৈ খোজে, দুৱাৰ ঠেলা-ঠেলি কৰে, কেৱলৰামে মুখস্থৰ দৰে ভিতৰৰ পৰা কয়, ইয়াত নহয়।

আগৰ পৰিচিত কোনোবা আহি উপস্থিত। চন্দ্ৰমুখীয়ে বহুবাই হাঁহি কথা কয়, কথাই কথাই দেবদাসৰ কথা সোধে, সিহঁতে ক'ব নোৱাৰে—তেতিয়াই বিদায় দিয়ে। ৰাতি বেছি হোৱাত নিজে বাহিৰলৈ ওলাই আহে। চুবুৰিয়ে চুবুৰিয়ে, দুৱাৰে দুৱাৰে ঘূৰি ফুৰে। অলক্ষ্যে দুৱাৰে দুৱাৰে কাণ পাতি কথা-বতৰা শুনিব খোজে,—বিভিন্ন মানুহে বিভিন্ন কথা কয়, যি শুনিব খোজে সেইকথা শুনিব নাপায়। কোনেওবা মুখ ঢাকি হঠাতে মুখৰ ওচৰত আহি উপস্থিত হয়—চুবলৈ হাত বঢ়ায়—বেগেতে চন্দ্ৰমুখী আঁতৰি যায়। দুপৰীয়া আগৰ পৰিচিত

লগ লগৰীয়াৰ ঘৰলৈ ফুৰিব যায়। কথাই কথাই সোধে, কোনোবাই দেৱদাসক জানে নেকি ?

সিহঁতে সোধে দেবদাস কোন ?

চন্দ্ৰমুখীয়ে ব্যগ্ৰ হৈ পৰিচয় দিবলৈ ধৰে—বগা বৰণ, মূৰত কেঁকোৰা চুলি, কপালৰ বাঁওফালে কটা যোবা দাগ, ধনী মানুহ —অজস্ৰ টকা খৰচ কৰে, কোনোবাই চিনি পোৱানে ?

কোনেও সন্ধান দিব নোবাৰে। হতাশ, বিষাদিত মনেৰে চন্দ্ৰমুখী ঘৰলৈ ঘূৰি যায়। মাজ নিশালে উজাগৰে থাকি বাটৰ ফালে চাই থাকে। টোপনি আহিলে বিৰক্ত হয়, মনে মনে কয়, ই তোমাৰ টোপনি যাবৰ সময়নে ?

ক্ৰমে এমাহ অতীত হ'ল, কেবলবামো ব্যস্ত হৈ উঠিল। চন্দ্ৰমুখীৰ নিজৰো সন্দেহ হবলৈ ধৰিলে, হয়তো তেওঁ ইযাত নাই। তথাপি আশাত ভৰ দি, দেৱতাৰ চৰণত কায়-মনোবাক্যে প্ৰাৰ্থনা কৰি দিনৰ পাছত দিন কটাবলৈ ধৰিলে।

কলিকতালৈ অহাৰ পৰাই ডেৰমাহ হৈ গৈছে। আজি ৰাতি তাইৰ ভাগ্য সুপ্ৰসন্ন হ'ল। ৰাতি তেতিয়া এঘাৰ বজা—হতাশমনে ঘৰলৈ উভতিব ধৰিছিল, দেখা পালে, বাটৰ কাষত এখন দুৱাৰৰ সমুখত এজন মানুহে আপোনমনে কিবা কৈ আছে। চন্দ্ৰমুখীৰ বুকুখন ধপধপাই উঠিল। এই কণ্ঠস্বৰ যে পৰিচিত। কোটি কোটি মানুহৰ মাজতো চন্দ্ৰমুখীয়ে এই মাত বুজিব পাৰিলেহেঁতেন। ঠাইডোখৰ অলপ এন্ধাৰ, তাতে আকৌ মানুহজন অতিপাত মাতাল হৈ উবুৰি হৈ পৰি আছে।

চন্দ্রমুখীয়ে ওচৰলৈ গৈ গাত হাত দিলে—তুমি কোন হেৰা, এনেকৈ পৰি আছা ?

মানুহজনে সুৰ টানি ক'লে, শুনা সখী, ক'তা মোৰ প্ৰাণৰ বান্ধে, যদি পাওঁ কানু হেন স্বামী—

চন্দ্রমুখীৰ আৰু সন্দেহ নোহোৱা হ'ল, মাত দিলে, দেবদাস ?

দেবদাসে সেইভাবে থাকি ক'লে, হুঁ।

ইয়াত কিয় পৰি আছা ? ঘৰলৈ যাবা ?

নাযাওঁ। বে'ছ আছোঁ—

অলপ মদ খাবা ?

খাম, এই বুলি সি একেবাৰে চন্দ্রমুখীৰ ডিঙিত সাৰটি ধৰিলে, ক'লে, এনেকুৱা বন্ধু কোন হেৰা তুমি ?

চন্দ্রমুখীৰ চকুৰেদি পানী বৰলৈ ধৰিলে। তেতিয়া বহু কষ্টেৰে ঢলি ঢলি, তাইৰ গলত ধৰি কোনোমতে উঠি থিয় দি কিছুপৰ মুখৰ ফালে চাই ক'লে, বাঃ ইযে চমৎকাৰ বস্তু।

চন্দ্রমুখীৰ কান্দোনত হাঁহি মিহলি হ'ল, ক'লে, এৰা খুব ভাল বস্তু, এতিয়া সত্বহতে মোৰ কান্ধত ভৰ দি অলপ আগুৱাই ব'লা—এখন গাড়ী লাগিব, নহয় ?

লাগিবতো। বাটত আহোঁতে আহোঁতে দেৱদাসে থোঁতা-মোজা মাতেৰে ক'লে, সুন্দৰী মোক তুমি চিনানে ?

চন্দ্রমুখীয়ে ক'লে, চিনোঁ।

দেৱদাসে গাই উঠিল, আনে ভুককিয়াই ভাগ্যে মই চিনোঁ।

তাৰ পিছত গা[illegible] [illegible]হি, চন্দ্ৰমুখীৰ কান্ধত ভৰ দি ঘৰত আহি উপস্থিত হ'ল। দুৱাৰৰ ওচৰত থিয় দি জেপত হাত ভৰাই ক'লে, ৰূপহী। বু[illegible]লি [illegible] আনিলা, কিন্তু জেপত যে একোৱে নাই—

চন্দ্ৰমুখীয়ে [illegible] তাৰ হাতত ধৰি টানি আনি একেবাৰে বিছনাত শুৱাই দি ক'লে, শোৱা।

দেবদাসে তেনেকৈ থোঁতা মোজা মাতেৰে ক'লে, কিবা মত্‌লব আছে নেকি এয়া কলেঁ। জেপ খালি, একেবাৰে আশা নাই, বুজিলা ৰূপহী।

ৰূপহীয়ে সেইটো বুজিছিল, ক'লে, কাইলৈ দিবা।

দেৱদাসে ক'লে, ইমানখিনি বিশ্বাস তো ভাল নহয়—কি লাগে বুলি কোৱাঁচোন?

চন্দ্ৰমুখীয়ে ক'লে, কাইলৈ শুনিবা, এই বুলি কাষৰ খোঁটালীলৈ আঁতৰি গ'ল।

দেবদাসৰ যেতিয়া টোপনি ভাঙিল তেতিয়া বেলা হৈছে। ঘৰত কোনো নাছিল।

চন্দ্ৰমুখীয়ে গা ধুই ৰন্ধা বঢ়াৰ যোগাৰ কৰিবলৈ তললৈ গৈছে। দেবদাসে দেখিলে এই ঘৰলৈ সি কেতিয়াও অহা নাই, এটি বস্তুও চিনিব নোৱাৰিলে। যোবাৰাতিৰ কোনো কথাই তাৰ মনত নপৰিল, মাত্ৰ কাৰবাৰ এক আন্তৰিক সেবাৰ কথা স্মৰণ হ'ল। কোনোবাই যেন বৰ মৰম কৰি টানি আনি শুৱাই দিছিল। এনেতে চন্দ্ৰমুখী ঘৰত সোমাল। ৰাতিৰ লাজ-পাৰৰ

তাই বহুতখিনি পৰিবৰ্ত্তন কৰিছিল। গাত গহনাবোৰ থাকিলেও পিন্ধনত ৰঙীন কাপোৰ, কপালত ফোঁট, মুখত তামোলৰ দাগ, এইবোৰ নাছিল। এখন অতি সাধাৰণ কাপোৰ পিন্ধি ঘৰত সোমাইছিল। দেৱদাসে মুখৰ ফালে চাই হাঁহি পেলালে—ক'ৰ পৰা কালি মোক ডকাইতি কৰি আনিলা ?

চন্দ্ৰমুখীয়ে ক'লে, ডকাইতি কৰা নাই—বাটৰ পৰা মাত্ৰ বুটলি আনিছিলোঁ।

দেৱদাসে হঠাৎ গম্ভীৰ হৈ কৈ উঠিল, সি বাৰু হ'ল, কিন্তু তোমাৰ আকৌ এইবোৰ কি ? কেতিয়া আহিলা ? গাত যে গহনা নথৰে—কোনে দিলে ?

চন্দ্ৰমুখীয়ে দেৱদাসৰ মুখৰ ফালে চোকা দৃষ্টিৰে চাই ক'লে, আকৌ।

দেৱদাসে হাঁহি ক'লে, নহয়, নহয়,—সি নহয়, এবাৰ ধেমালি কৰাতো দোষনে ? কেতিয়া আহিলা ?

চন্দ্ৰমুখীয়ে ক'লে, ডেৰমাহ হ'ল।

দেৱদাসে মনে মনে যেন কিবা হিচাপ কৰিলে। পিছত ক'লে, আমাৰ ঘৰলৈ যেতিয়া গৈছিলা, তাৰ পিছতেই আহিছা।

চন্দ্ৰমুখীয়ে আচৰিত হৈ ক'লে, তোমালোকৰ ঘৰলৈ গৈছিলোঁ—কেনেকৈ জানিলা ?

দেৱদাসে ক'লে, তুমি যোৱাৰ পিছতেই মই ঘৰলৈ গৈছিলোঁ। এজনী দাসীয়ে তোমাক বৌৰ ওচৰলৈ লৈ গৈছিল—তাইৰ পৰাই শুনিছো কালি অশথবুৰি গাঁৱৰ পৰা এজনী তিৰোতা আহিছিল,

তাই খুব সুন্দৰী। আৰু কি বুজিবলৈ বাকী থাকে? কিন্তু ইমান গহনা আকৌ কিয় গঢ়ালা?

চন্দ্ৰমুখীয়ে ক'লে, গঢ়োৱা নাই, এইবোৰ গিল্টী কৰা গহনা, কলিকতালৈ আহি কিনিছোঁ। তথাপি—চোৱাঁচোন, তোমাৰ কাৰণেই আকৌ কিমান উপকৰা খৰচ কৰিবলগা হ'ল। অথচ কালি মোক তুমি চিনিবই নোৱাৰিলা।

দেবদাসে হাঁহিলে, ক'লে, মুঠেই চিনিব পৰা নাছিলোঁ, কিন্তু যতনখিনি চিনিছিলোঁ। বহুবাৰ ভাব হৈছিল, মোৰ মোৰ চন্দ্ৰ-মুখীৰ বাহিৰে ইমান যতন কাৰ?

আনন্দত চন্দ্ৰমুখীৰ কান্দিবৰ ইচ্ছা গ'ল। কিছুপৰ মনে মনে থাকি ক'লে, দেৱদাস, মোক আৰু সিমান ঘৃণা নকৰা—নহয়নে?

দেবদাসে উত্তৰ দিলে, নকৰোঁ, বৰং ভাল পাওঁ।

দুপৰীয়া গা ধুবৰ সময়ত চন্দ্ৰমুখীয়ে দেখিলে দেৱদাসৰ পেটত এডোখৰ ফ্লানেল বন্ধা আছে। ভয় পাই ক লে, ই-কি, ফ্লানেল বান্ধিছা কিয়?

দেবদাসে ক'লে, পেটত অলপ বিষোৱা যেন লাগিছে—তুমি এনে কৰিছা কিয়?

চন্দ্ৰমুখীয়ে কপালত চপৰিযাই ক'লে, সৰ্ব্বনাশ কৰা নাই তো? যকৃতৰ বিষ হোৱা নাই তো?

দেৱদাসে হাঁহি ক'লে, চন্দ্ৰমুখী, বোধকৰো সেয়ে হৈছে। সিদিনা ডাক্তৰ আহি বহুপৰ পৰীক্ষা কৰি ঠিক এই আশঙ্কাই

কৰি গ'ল। ঔষধ দিলে আৰু জনালে বোলে যথেষ্ট সাৱধানে নাথাকিলে বিষম অনিষ্ট হব পাৰে। অৰ্থ উভয়ে বুজিলে। ঘৰলৈ খবৰ দি ধৰ্ম্মদাসক অনা হ'ল, চিকিৎসাৰ বাবে বেঙ্কৰ পৰা টকা অনা হ'ল। এনেভাবে দিনবোৰ গ'ল, কিন্তু তৃতীয় দিনা তাৰ জ্বৰ দেখা দিলে।

দেবদাসে চন্দ্ৰমুখীক ক'লে, ঠিক সময়তে আহিছিলা, নহলে হয়তো আৰু দেখাই নাপালাহেঁতেন। চকু মচি চন্দ্ৰমুখীয়ে প্ৰাণ-পণে শুশ্ৰূষা কৰিবলৈ বহিল। হাতযোৰ কৰি প্ৰাৰ্থনা কৰিলে- ভগবান, অসময়ত ইমানখিনি কামত লাগিম এই আশা সপোনতো কৰা নাছিলোঁ। কিন্তু দেৱদাসক ভাল কৰি দিয়া।

প্ৰায় এমাহৰ অধিককাল দেবদাস শয্যাশায়ী হৈ পৰি আছে, তাৰ পিছত লাহে লাহে ভাল হব ধৰিলে, অসুখ তেনেকুৱা গুৰুতৰ হবলৈ নাপালে।

এই সময়ত এদিনাখন দেবদাসে ক'লে, চন্দ্ৰমুখী, তোমাৰ নামটো বৰ ডাঙৰ, সদায় মাতোতে অসুবিধা হয়, অলপ সৰু কৰি লব খোজোঁ।

চন্দ্ৰমুখীয়ে ক'লে, ভাল কথা।

দেৱদাসে ক'লে, তেনেহলে আজিৰ পৰা তোমাক প্ৰিয়া বুলি মাতিম।

চন্দ্ৰমুখীয়ে হাঁহিলে, ক'লে, সেই বুলি বাৰু মাতিলা, কিন্তু এটা অৰ্থ থাকিব তো লাগে?

সকলো কথাৰে অৰ্থ থাকেনে?

যদি হেপাহ হৈছে, মাতিবা, কিন্তু সেই হেপাহ কিয সেইটো নোকোৱানে ?

নকওঁ, কেতিযাও কাৰণ সুধিলেও নেপাবা।

চন্দ্ৰমুখীয়ে মুৰ তুপিযাই ক'লে, বাৰু সেযে হব।

দেবদাসে বহুপৰ নিতাল মাৰি থাকি, হঠাৎ গম্ভীৰভাবে প্ৰশ্ন কৰি উঠিলে বাৰু প্ৰিয়া, তুমি মোৰ কোন যে ইমান প্ৰাণপণে মোৰ সেবা কৰিছা ?

চন্দ্ৰমুখী লজ্জাৱনতা বধূও নহয, কথা কব নোৱাৰা ছোৱালীও নহয, মুখৰ ফালে স্থিৰ, শান্ত দৃষ্টি ৰাখি স্নেহ-জড়িত কণ্ঠেৰে ক লে, তুমি মোৰ সৰ্ব্বস্ব—সেই কথা আজিও বুজিব পৰা নাইনে ?

দেবদাস বেৰৰ ফালে চাই আছিল, সেই ফালেই দৃষ্টি ৰাখি লাহে লাহে ক'ব ধৰিলে, বুজিব পাৰিছোঁ, কিন্তু সিমান আনন্দ নাপাওঁ। পাৰ্ব্বতীক কিমান ভাল পাওঁ, তাই মোক কিমান ভাল পায়, কিন্তু তথাপি কিমান দুখ। বহুত দুখ পাই ভাবিছিলোঁ আৰু কেতিযাও এইবোৰ ফান্দত ভৰি নিদিম, ইচ্ছা কৰি দিযাও নাই। কিন্তু তুমি এনেকুৱা কিয় কৰিলা ? জোৰকৈ মোক কিয বান্ধিলা ? এই বুলি আকৌ কিছুপৰ নীৰবে থাকি ক'লে, প্ৰিযা, তুমিও পাৰ্ব্বতীৰ দৰে কষ্ট পাবা।

চন্দ্ৰমুখীয়ে মুখত আঁচল দি বিচানাৰ এমুৰত নিশব্দে বহি থাকিল।

দেৱদাসে আকৌ মিহি সুৰত ক'বলৈ ধৰিলে, তোমালোকৰ

দুজনৰ কিমান অমিল, আকৌ কিমান মিল। এজন অভিমানী, উদ্ধত, আৰু এজন কেনে শান্ত, কিমান সংযত। তাই একোকে সহ্য কৰিব নোৱাৰে, আৰু তুমি কিমান সহ্য কৰা। তাইৰ কিমান যশস্যা, কিমান সুনাম, আৰু তোমাৰ কিমান কলঙ্ক। সকলোৱে তাইক কিমান ভাল পায়, আৰু তোমাক কোনেও ভাল নাপায়। কিন্তু মই ভাল পাওঁ। এই বুলি এটা দীঘল হুমুনিয়াহ কাঢ়ি আকৌ কলে, পাপ-পুণ্যৰ বিচাৰ কৰ্ত্তাই তোমাৰ কি বিচাৰ কৰিব নাজানোঁ, কিন্তু মৃত্যুৰ পিছত যদি আকৌ মিলন হয়, মই কেতিয়াও তোমাৰ পৰা দূৰৈত থাকিব নোৱাৰিম।

চন্দ্ৰমুখীয়ে নীৰৱে কান্দি বুকু ভুহাই দিলে, মনে মনে প্ৰাৰ্থনা কৰিবলৈ ধৰিলে, ভগৱান, কোনোকালত, কোনো জনমত যদি এই পাপিষ্ঠাৰ প্ৰায়শ্চিত্ত হয়, মোক যেন এই পুৰস্কাৰ দিয়া।

* * * *

প্ৰায় দু'মাহ অতিবাহিত হ'ল। দেৱদাসে আৰোগ্য লাভ কৰিছে, কিন্তু গা ভাল হৈ উঠা নাই। বায়ুপৰিবৰ্ত্তন আৱশ্যক। কাইলৈ পশ্চিমৰ ফালে ফুৰিবলৈ যাব, লগত মাত্ৰ ধৰ্ম্মদাস যাব।

চন্দ্ৰমুখীয়ে বৰকৈ খাটিছিল, তোমাৰ এজনী দাসীৰতো দৰকাৰ, মোক লগত যাবলৈ দিয়া।

দেৱদাসে ক'লে, ছিঃ। সেইটো,হব নোৱাৰে। আৰু যিহকে নকৰোঁ, ইমান নিৰ্লজ্জ হব নোৱাৰিম।

চন্দ্ৰমুখী একেবাৰে নিতাল মাৰি গ'ল। তাই অবুজ নহয়,

সেইবাবে সহজতে বুজিলে। অইন যিযে নহওক, এই জগতত তাইৰ সন্মান নাই। তাইৰ সংস্পৰ্শত দেৱদাসে সুখ পাব, সেৱা পাব, কিন্তু কেতিযাও সন্মান নাপাব। চকু মচি ক'লে, আকৌ কেতিযা দেখা পাম ?

দেবদাসে ক'লে, কব নোবাৰোঁ, পিছে জীযাই থকা কালত তোমাক কোনোদিনে নাপাহৰিম, তোমাক চাবৰ হেপাহ মোৰ কেতিযাও নপলাব।

প্ৰণাম কৰি চন্দ্ৰমুখী কাষত থিয় হ'ল। মনে মনে ক'লে, এযে মোৰ যথেষ্ট। ইযাৰ অধিক আশা নকৰোঁ।

যাবৰ সময়ত দেবদাসে আৰু দু'হাজাৰ টকা চন্দ্ৰমুখীৰ হাতত দি ক'লে ৰাখি থোবা। মানুহৰ শৰীৰততো বিশ্বাস নাই, শেষত তুমি অকূল সাগৰত ভাঁহি ফুৰিবা নেকি ?

চন্দ্ৰমুখীযে এইটোও বুজিলে, সেইবাবে হাত পাতি টকা ললে। চকু মচি সুধিলে, তুমি এটা কথা মোক কৈ যোবা—

দেবদাসে মুখৰ ফালে চাই ক'লে, কি ?

চন্দ্ৰমুখীযে ক'লে, ডাঙৰ বোবে কৈছিল, তোমাৰ শৰীৰত বেয়া ৰোগ জন্মিছে—ই সঁচা নেকি ?

প্ৰশ্ন শুনি দেৱদাসে দুখ পালে, ক'লে, ডাঙৰ বোৱে সকলো ক'ব পাৰে, কিন্তু সেইটো হলে তুমি জানো নাজানিলাহেতেন ? মোৰ কোনো কথা তোমাৰ নজানা আছেনে ? এই বিষয়ত তুমি পাৰ্ব্বতীতকৈও অধিক।

চন্দ্ৰমুখীয়ে আৰু এবাৰ চকু মচি কলে, ৰক্ষা পৰিলোঁ। কিন্তু

তথাপি খুব সৱঁধানে থাকিবা। তোমাৰ শৰীৰ একেবাৰে বেয়া, তাৰ পাছত চোৱা, কোনোদিন যেন ভুল কৰি নেপেলোবা। প্ৰত্যুত্তৰত দেৱদাসে মাত্ৰ হাঁহিলে, কথা নকলে।

চন্দ্ৰমুখীয়ে ক'লে, আৰু এটি ভিক্ষা—শৰীৰ অলপ বেয়া হলেই মোক খবৰ দিবা, কোৱা?

দেৱদাসে তাইৰ মুখৰ ফালে চাই মূৰ দুপিয়াই ক'লে, নিশ্চয় দিম। আৰু এবাৰ প্ৰণাম কৰি চন্দ্ৰমুখী কান্দি বেলেগ খোঁটালীলৈ পলাই গ'ল।

## ষোড়শ পৰিচ্ছেদ

কলিকতা ত্যাগ কৰি কিছুদিন যেতিয়া দেৱদাস এলাহাবাদত বাস কৰি আছিল, তেতিয়া হঠাৎ এদিন সি চন্দ্ৰমুখীলৈ চিঠি লিখিছিল—প্ৰিয়া, ভাবিছিলোঁ। আৰু কেতিয়াও ভাল পোৱাৰ কাৰবাৰ নকৰিম। এনেযেতো ভাল পোৱাৰ পাছত শুদা হাতেৰে ঘূৰি অহাটোৱে বৰ যাতনা, তাঁৰ পিছত আকৌ নতুনকৈ ভাল পাবলৈ যোবাৰ দৰে বিডম্বনা আৰু নাই।

প্ৰত্যুত্তৰত চন্দ্ৰমুখীয়ে কি লিখিছিল, তাৰ প্ৰযোজন নাই, কিন্তু এই সময়খিনিত দেৱদাসৰ প্ৰায়েই মনত হৈছিল, তাই এবাৰ আহিলে নহয় জানো?

পিছ মুহূৰ্ত্ততে সভয়ে ভাবিছিল নহয়, নহয়, প্ৰযোজন নাই, কোনোদিনা পাৰ্ব্বতীয়ে যদি জানিব পাৰে। এনেকৈ এবাৰ পাৰ্ব্বতীয়ে এবাৰ চন্দ্ৰমুখীয়ে তাৰ হৃদয় ৰাজ্যত বাস কৰি আছিল। কেতিয়াবা বা দুযোজনৰে মুখ দু'খনি ওচৰা ওচৰিকৈ তাৰ হৃদয়-পটত ভাঁহি উঠিছিল—যেন উভযৰ ভিতৰত কিমান প্ৰীতি।

মাজে মাজে দুয়োজনেই ওচৰা ওচৰিকৈ অবস্থান কৰিছিল। কোনোদিনা বা হঠাতে মনত হৈছিল, তেওঁলোক দুয়োজনে যেন শুই পৰিছে। এই সময়খিনিত তাৰ এনেকুৱা অন্তঃসাৰ শূন্য হৈ পৰে যে, মাত্ৰ এটা নিৰ্জ্জীব অতৃপ্তি তাৰ মনৰ ভিতৰত মিছা প্ৰতিধ্বনিৰ দৰে ঘূৰি ফুৰে। তাৰ পিছত দেৱদাস লাহোৰলৈ

গ'ল। ইয়াতে চুণিলালে কাম কৰিছিল, সন্ধান পাই দেখা কৰিবলৈ আহিল। বহুদিনৰ পিছত দেৱদাসে মদ স্পৰ্শ কৰিলে। চন্দ্ৰমুখীক মনত পৰে, তাই হাক দিছিল। ভাব হয় তাইৰ কিমান বুদ্ধি! তাই কিমান শান্ত, ধীৰ, আৰু তাইৰ কিমান স্নেহ! পাৰ্ব্বতী এতিয়া শুই পৰিছিল—মাত্ৰ নিৰ্ব্বাণোন্মুখ দীপশিখাৰ দৰে কেতিয়াবা কেতিয়াবা জ্বলি জ্বলি উঠিছিল। কিন্তু ইয়াৰ জল-বায়ু তাৰ সহ্য নহ'ল। মাজে মাজে অসুখ হয়, পেটৰ ওচৰত আকৌ যেন বিষোবা যেন লাগিল। ধৰ্ম্মদাসে এদিন কন্দনামুৱা হৈ ক'লে, দেউতা, তোমাৰ শৰীৰ আকৌ বেয়া হব ধৰিছে—অইন কোনোবা ফালে ব'লা।

দেৱদাসে অন্যমনস্কভাৱে উত্তৰ দিলে, ব'লা যাওঁ।

দেবদাসে ঘৰত প্ৰায় মদ নাখায়। চুণিলাল আহিলে কোনোবা দিন খায, কোনোবা দিনা বাহিৰলৈ ওলাই খায়। ৰাতিশেষত ঘৰলৈ ঘূৰি আহে, কোনো ৰাতিবা একেবাৰে নাহে। আজি ছু'দিনৰ পৰা হঠাৎ তাৰ দেখাদেখি নাই। ধৰ্ম্মদাসে কান্দি কান্দি ভাত-পানী নোখোৱাকৈ থাকিল। তৃতীয় দিনা জ্বৰ লৈ ঘৰলৈ ঘূৰি আহিল। শয্যাগ্ৰহণ কৰিলে, আৰু উঠিব নোৱাৰিলে। তিনি-চাৰিজন ডাক্তাৰ আহি চিকিৎসা কৰিবলৈ ধৰিলে।

ধৰ্ম্মদাসে ক'লে, দেউতা, কাশীত আইক খবৰ দিওঁগৈ—

দেৱদাসে তত্তালিকে হাক দি কৈ উঠিল, ছিঃ ছিঃ—আইক এই মুখ দেখাব পাৰোঁনে?

ধৰ্ম্মদাসে প্ৰতিবাদ কৰিলে, ৰোগ-শোক সকলোৰে আছে, কিন্তু সেইবুলি ইমান ডাঙৰ বিপদৰ দিনতো আইক লুকাব পাৰিনে? তোমাৰ একো লাজৰ কাৰণ নাই, দেউতা, কাশীলৈ ব'লা।

দেবদাসে মুখ ঘূৰাই ক'লে, নহয় ধৰ্ম্মদাস, এই সময়ত তেওঁৰ ওচৰলৈ যাব নোবাৰিম। ভাল হওঁ, তাৰ পিছত।

ধৰ্ম্মদাসে এবাৰ ভাবিলে, চন্দ্ৰমুখীৰ কথা কয়, কিন্তু নিজে তাইক ইমান ঘৃণা কৰে যে, তাইৰ মুখখন মনত পৰা মাত্ৰকে নিতাল মাৰি গ'ল।

দেৱদাসৰ নিজৰো বহুবাৰ এইকথা মনলৈ আহিছিল, কিন্তু কোনোকথা কবলৈ ইচ্ছা নকৰিলে। গতিকে কোনো নাহিল। তাৰ পিছত বহুদিনৰ মূৰত সি লাহে লাহে ভাল হবলৈ ধৰিলে। এদিনাখন সি উঠি বহি ক'লে, ব'লা ধৰ্ম্মদাস, এইবাৰ অইন কৰবালৈ যাওঁ।

অইন ঠাইলৈ গৈ লাভ নাই দেউতা, হয় ঘৰলৈ ব'লা, নহয় আইৰ ওচলৈ ব'লা।

মালবস্তু বান্ধি চুণিলালৰ পৰা বিদায় লৈ দেবদাস আকৌ এলাহাবাদত আহি উপস্থিত হ'ল, শৰীৰ বহুত ভাল। কিছুদিন থকাৰ পিছত এদিন ধৰ্ম্মদাসক ক'লে, ধৰ্ম্ম, কোনো এখন নতুন ঠাইলৈ গ'লে কেনে হয়? কেতিয়াও বোম্বাই দেখা নাই, যাবা?

আগ্ৰহ দেখি অনিচ্ছাসত্বেও ধৰ্ম্মদাসে মত দিলে। জেঠ মাহ,

বোম্বাই চহৰ তিমান গৰম নহয়। ইয়ালৈ আহি দেবদাস বহুত-খিনি ভাল হৈ উঠিল।

ধৰ্ম্মদাসে সুধিলে, এতিয়া ঘৰলৈ গলে নহয় জানো ?

দেবদাসে ক'লে, নহয়, ইয়াত ভাল আছোঁ। মই ইযাতেই আৰু কিছুদিন থাকিম।

* * * *

এবছৰ অতিবাহিত হৈ গ'ল। ভাদ মাহৰ পুৰা বেলা, এদিনাখন দেবদাস ধৰ্ম্মদাসৰ কান্ধত ভৰ দি বোম্বাই হাস্পাতালৰ পৰা ওলাই আহি গাড়ীত আহি বহিল। ধৰ্ম্মদাসে ক'লে, দেউতা, মই কওঁ, আইৰ ওচৰলৈ যোৱা ভাল।

দেৱদাসৰ দুইচকু পানীৰে ভৰি গ'ল—আজি কেইদিন-মানৰ পৰা তাৰ কেৱল মাকলৈ মনত পৰি আছিল। হাস্পাতালত পৰি থাকোঁতে যেতিয়াই-তেতিযাই এই কথাই ভাবিছে—এই সংসাৰত তাৰ সকলোৱে আছে, অথচ কোনো নাই। তাৰ মাক আছে, ককায়েক আছে, ভনীতকৈ অধীক পাৰ্ব্বতী আছে, চন্দ্ৰমুখীও আছে। তাৰ সকলো আছে, সি আৰু কাৰো নাই। ধৰ্ম্মদাসেও কান্দি আছিল, ক'লে, তেনেহলে দেউতা, আইৰ ওচৰলৈ যোৱাই ঠিক ?

দেৱদাসে মুখ ঘুৰাই চকুলো মচিলে, ক'লে, নহয় ধৰ্ম্মদাস, আইক মুখ দেখুৱাবলৈ ইচ্ছা নহয়—মোৰ এতিয়াও বোধকৰো সেই সময় অহা নাই।

বুঢ়া ধৰ্ম্মদাসে হাও হাও কৰি কান্দি ক'লে, দেউতা, এতিয়াও যে আই জীযাই আছে ।

কথাখিনিযে কিমান যে প্ৰকাশ কৰিলে, সেইকথা অন্তৰেদি উভযে অনুভব কৰিলে । দেবদাসৰ অবস্থা খুব বেযা হৈছে। গোটেই পেটটো প্লীহা আৰু যকৃতেৰে ভৰা, তাৰ উপৰি জ্বৰ, কাহ । বৰণ একেবাৰে ক'লা, দেহ অস্থি-চৰ্ম্ম-সাৰ । চকু একেবাৰে সুমাই গৈছে, মাত্ৰ এক অস্বাভাবিক উজ্জলতাৰ বাবে চকমকাই আছে—মুৰৰ চুলিবোৰ ৰুক্ষ আৰু থিয—চেষ্টা কৰিলে বোধহয় গণিব পাৰি। হাতৰ আঙুলিবোৰৰ ফালে চালে ঘিণ ওপজে—এনেযে ক্ষীণ তাতে আকৌ কুচ্ছিৎ ব্যাধিৰ দাগত দোষণীয। ষ্টেছনলৈ আহি সুধিলে, ক'ৰ টিকিট কিনিম দেউতা ?

দেবদাসে ভাবি-চিন্তি ক'লে, ব'ল ঘৰলৈ যাওঁ—তাৰ পিছত সকলো হব।

গাড়ীৰ সময হ'লত সিহঁতে হুগলীৰ টিকিট কিনি উঠি বহিল। ধৰ্ম্মদাস দেৱদাসৰ ওচৰতেই ৰ'ল।

গধূলিৰ আগতে দেবদাসৰ চকু জ্বালা কৰি আকৌ জ্বৰ উঠিল। ধৰ্ম্মদাসক মাতি ক'লে, ধৰ্ম্মদাস, আজি ভাবিছোঁ, ঘৰ পোবাও হয়তো টান হব।

ধৰ্ম্মদাসে ভয ভয় কৰি ক'লে, কিয় দেউতা ?

দেৱদাসে হাঁহিবৰ চেষ্টা কৰি মাত্ৰ ক'লে, আকৌ যে জ্বৰ হ'ল ধৰ্ম্মদাস !

কাশীৰ বাট যেতিয়া পাৰ হৈ গ'ল, দেবদাস তেতিয়া প্ৰবত অচেতন , পাটনাৰ ওচৰ চপাত তাৰ চেতনা আহিল। ক'লে, এৱা ধৰ্ম্মদাস, আইৰ ওচৰলৈ যোৱা সচাঁকৈযে নহ'ল।

ধৰ্ম্মদাসে ক'লে, ব'লা বোপা আমি পাটনাত নামি গৈ ডাক্তৰ লগাওঁ—

উত্তৰত দেবদাসে ক'লে, নেলাগে, থাকক, আমি ঘৰলৈ যাওঁ ব'লা।

গাড়ী যেতিয়া পাণ্ডুবা ষ্টেছন আহি পালে, তেতিয়া ৰাতি পুৱাইছে। গোটেই ৰাতি বৰষুণ হৈছিল, এতিয়া এৰিছে। দেবদাসে থিয় দিলে। তলত ধৰ্ম্মদাস টোপনিত। লাহে লাহে এবাৰ তাৰ কপাল স্পৰ্শ কৰিলে, লাজতে তাক জগাব নোবাৰিলে। তাৰ পিছত দুৱাৰ মেলি লাহে লাহে ওলাই আহিল। গাড়ী নিদ্ৰিত ধৰ্ম্মদাসক লৈ গুচি গ'ল। কঁপি কঁপি দেবদাস ষ্টেছনৰ বাহিৰলৈ আহিল। ঘোঁৰা-গড়ীৰ গাড়োৱান এজনক মাতি ক'লে, হাতি পোতালৈ লৈ যাব পাৰিবি ?

সি এবাৰ মুখৰ ফালে চালে, এবাৰ ইফালে-সিফালে চালে, তাৰ পিছত ক'লে, নোৱাৰিম বাবু, বাট ভাল নহয়—ঘোঁৰাগাড়ী এই বাৰিষা তালৈ যাব নোৱাৰিব।

দেৱদাসে উদ্বিগ্ন হৈ প্ৰশ্ন কৰিলে, পাল্‌কি পোৱা যায় ?

গাড়োৱানে ক'লে, নাযায়।

আশঙ্কাত দেৱদাস বহি গ'ল— তেনেহলে কি যোৱা নহব ?

তাৰ মুখৰ ওপৰতে তাৰ অন্তিম অবস্থা গাঢ়ভাৱে অঙ্কিত আছিল, অন্ধযো সেইকথা পঢ়িব পৰা হৈছিল।

গাড়োৱানে কোমল-সুৰত ক'লে, বাবু এখন গৰুৰ গাড়ী ঠিক কৰি দিমনে?

দেবদাসে সুধিলে, কিমান পৰত গৈ পাম?

গাড়োবানে ক'লে, বাট ভাল নহয বাবু, সন্তৱ দু'দিনমাম লাগিব।

দেবদাসে মনে মনে হিচাপ কৰিবলৈ ধৰিলে, দু'দিন জীযাই থাকিমতো? কিন্তু পাৰ্ব্বতীৰ ওচৰলৈ যাবই লাগিব। তাৰ বহুদিনৰ বহুত মিছা কথা, বহুত মিছা আচৰণ মনত পৰিল। কিন্তু শেষদিনৰ এই প্ৰতিশ্ৰুতি সঁচা কৰিবই লাগিব। যেনেকৈ হ'ক এবাৰ তাইক শেষ দেখা দিবই লাগিব। কিন্তু এই জীবনৰ মিয়াদ যে আৰু বেছি বাকী নাই। সেইটোবে যে বৰ ভযৰ কথা।

দেৱদাস যেতিযা গৰুৰ গাড়ীত উঠি বহিল, তেতিয়া মাকৰ কথা মনত পৰাত তাৰ চকুৰ পৰা লো ববলৈ ধৰিলে। আৰু এখন স্নেহ-কোমল-মুখ আজি জীবনৰ শেষ মুহূৰ্ত্তত অতিশয় পবিত্ৰ হৈ দেখা দিলে—সেই মুখ চন্দ্ৰমুখীৰ। যাক পাপিষ্ঠা বুলি সি চিৰদিন ঘৃণা কৰিছে, আজি তাইক জননীৰ কাষতে সগৌৰৱে জিলিকি উঠা দেখি তাৰ চকুৰ পৰা জৰ জৰ কৈ পানী জৰি পৰিবলৈ ধৰিলে। এই জীৱনত আৰু দেখা নহব, হয়তো বহু দিনলৈ তাই বতৰাটোও নাপাব, তথাপি পাৰ্ব্বতীৰ ওচৰলৈ যাবই

লাগিব। দেৱদাসে শপত খাইছিল, আৰু এবাৰ দেখা দিবই। আজি এই প্ৰতিজ্ঞা সি পূৰ্ণ কৰিবই লাগিব। বাট ভাল নহয়। বাৰিষাৰ পানী ক'তো বাটৰ মাজত জমি আছে, ক'তোবা বাট ভাঙি গৈছে। বোকাৰে গোটেই আলিবাটটো ভৰপুৰ। গৰুৰ গাড়ী ঘট্‌-ঘট্‌কৈ চলিব ধৰিলে। ক'তো নামি চকা ঠেলিব লগা হ'ল, ক'তো গৰু দুটাক নিৰ্দ্দয়ভাবে প্ৰহাৰ কৰিব লগাত পৰিল, যেনেকৈ হ'ক, এই ষোলক্ৰোশ বাট অতিক্ৰম কৰিবই লাগিব। হো-হো কৈ চেঁচা-বতাহ বলি আছিল। আজিও গধূলিৰ পিছত তাৰ বৰ জ্বৰ উঠিল। সি সভযে সুধিলে, গাড়োবান, বাট আৰু কিমান ?

গাড়োবানে উত্তৰ দিলে এতিয়াও আঠ-দহ ক্ৰোশ আছে বাবু।

সোনকালে লৈ ব'ল, তোক বহুত টকা বকচিচ দিম। জেপত শটকীয়া নোট এখন আছিল, তাকে দেখুৱাই ক'লে, এশ টকা দিম, লৈ ব'ল।

তাৰ পিছত কেনেকৈ।কোনপিনেদি যে গোটেই ৰাতিটো গ'ল দেৱদাসে জানিব নোৱাৰিলে। অসাৰ, অচেতন, ৰাতি-পুৱা জ্ঞানলাভ কৰি ক'লে, গাড়োৱান, আৰু কিমান বাট ? এই বাট শেষ নহবনে ?

গাড়োৱানে ক'লে, ছয় ক্ৰোশ।

দীঘল হুমুনিয়াহ পেলাই দেৱদাসে ক'লে, অলপ সোনকাল কৰি ব'ল, আৰু যে সময় নাই।

গাড়োৱানে বুজিব নোৱাৰিলে, কিন্তু নতুন উৎসাহত গৰুক কোবাই গালি-শপনি পাৰি যাব ধৰিলে। প্ৰাণপণে গাড়ী গৈ আছে, ভিতৰত দেৱদাসে ছটফটাব ধৰিছে, মাত্ৰ ভাব হৈছে, দেখা হবতো? গৈ পাম তো? দুপৰীয়া গাড়ী ৰাখি গাড়োবানে গৰুক খাবলৈ দি, নিজে খাই-বই আকৌ উঠি বহিল। ক'লে বাবু আপুনি একো নাখাযনে?

নাখাওঁ, কিন্তু বৰ পিযাহ লাগিছে, অলপ পানী দিব পাৰনে?

সি বাটৰ কাষৰ পুখুৰীৰ পৰা পানী আনি দিলে। আজি গধূলিৰ পিছত জ্বৰৰ লগত দেবদাসৰ নাকৰ ভিতৰৰ পৰা অবাধে টোপে টোপে তেজ পৰিবলৈ ধৰিলে। সি প্ৰাণপণে নাক চেপি ধৰিলে। তাৰ পিছত বোধ হ'ল দাঁতৰ কাষেদিও তেজ ওলাব ধৰিছে, উশাহ-নিশাহতো যেন টান ধৰিছে। ফোঁপাই-জোপাই ক'লে, আৰু কিমান?

গাড়োবানে ক'লে, আৰু প্ৰায় দুই ক্ৰোশ, ৰাতি দহমান বজাত পাম গৈ।

দেবদাসে বৰ কষ্টেৰে মুখ তুলি বাটৰ ফালে চাই ক'লে, ভগৱান।

গাড়োৱানে সুধিলে, বাবু এনে কৰিছে কিয়?

দেবদাসে এই কথাৰ উত্তৰ দিব নোবাৰিলে। গাড়ী যাবলৈ ধৰিলে, কিন্তু দহবজাৰ সলনি ৰাতি প্ৰায় বাৰবজাত গাড়ী হাতীপোতাৰ জমিদাৰৰ ঘৰৰ সম্মুখৰ বন্ধোৱা বৰগছৰ তললৈ আহি উপস্থিত হ'ল।

গাড়োৱানে মাত দিলে, বাবু নামি আহক।

কোনো উত্তৰ নাই। আকৌ মাতিলে, তথাপি উত্তৰ নাই। তেতিয়া সি ভয় খাই চাকিটো মুখৰ ওচৰলৈ আনিলে—বাবু, টোপনি গ'ল নেকি ?

দেবদাসে চাই আছে, ওঁঠ লৰাই কিবা ক'লে, কিন্তু শব্দ নহ'ল। গাড়োৱানে আকৌ মাত দিলে, অ' বাবু।

দেবদাসে হাত তুলিব খুজিলে, কিন্তু হাত নুঠিল, মাত্র তাৰ চকুৰ কোণেদি দুটোপা পানী বাগৰি পৰিল। গাড়োৱানে তেতিয়া বুদ্ধি খটাই বৰগছৰ তলৰ বন্ধোৱা বেদীটোৰ ওপৰত খেৰ পাৰি বিছনা সাজি দিলে, তাৰ পিছত বৰ কষ্টেৰে দেৱদাসক তুলি আনি তাৰে ওপৰত শুৱাই দিলে। বাহিৰত আৰু কোনো নাই, জমিদাৰৰ ঘৰ নিস্তব্ধ নিদ্রিত। দেৱদাসে বৰ কষ্টেৰে জেপৰ পৰা এশটকাৰ নোটখন উলিয়াই দিলে। লেমৰ পোহৰত গাড়োৱানে দেখিলে দেবদাসে তাৰ ফালে চাই আছে, কিন্তু কথা ক'ব পৰা নাই। সি অবস্থাটো অনুমান কৰি নোটখন লৈ চাদৰত বান্ধি ৰাখিলে। আলোৱানেৰে দেৱদাসৰ মুখ পৰ্য্যন্ত আবৃত, সমুখত লেম জ্বলি আছে, নতুন বন্ধুৱে ভৰিৰ ওচৰত বহি ভাবি আছে।

ৰাতি পুৱাল। ৰাতিপুৱা জমিদাৰৰ ঘৰৰ পৰা মানুহ ওলাই আহি—এক আচৰিত দৃশ্য। গছতলত এজন মানুহ মৰিব ধৰিছে। ভদ্রলোক। গাত আলোৱান, ভৰিত চিকচিকিয়া জোতা, হাতত আঙঠি। এজন এজনকৈ বহুতো মানুহ জমা

হ'ল। ক্ৰমে ভুবন চৌধুৰীৰ কাণতো এই কথা পৰিল, তেখেতে ডাক্তৰ আনিবলৈ কৈ নিজে গৈ উপস্থিত হ'ল। দেৱদাসে সকলোৰে ফালে চালে, কিন্তু তাৰ কণ্ঠৰোধ হৈছিল—এটা কথাও ক'ব নোবাৰিলে, মাত্ৰ চকুৰ পৰা লো বৈ পৰিবলৈ ধৰিলে। গাড়োৱানে যিমানদূৰ জানে ক'লে, কিন্তু তাৰপৰা একো সুবিধা নহ'ল। ডাক্তৰে আহি ক'লে, শ্বাস উঠিছে, এতিযাই মৰিব।

সকলোৰে ক'লে, অহ্, অহ্।

ওপৰত বহি পাৰ্ব্বতীযেও এই ঘটনাটো শুনি ক'লে, অহ্ অহ্।

কোনোবা এজনে দয়া কৰি মুখত এটোপা পানী দি গ'ল। দেৱদাসে তাৰ ফালে করুণ দৃষ্টিৰে এবাৰ চালে, তাৰ পিছত চকু মুদিলে। আৰু কিছুপৰ জীযাই আছিল, তাৰ পিছত সকলো শেষ হ'ল। এতিয়া কোনে দাহ কৰিব, কোনে ছুব, কি জাতি ইত্যাদি লৈ তৰ্ক উঠিল। ভুবন চৌধুৰীযে ওচৰৰ থানালৈ খবৰ দিলে। ইন্‌স্পেক্টৰে আহি তদন্ত কৰিব ধৰিলে। প্লীহাযকৃতত মৃত্যু, নাকে মুখে তেজৰ চিন। জেপৰ পৰা দুখন চিঠি ওলাল। এখন তালসোণাপুৰৰ দ্বিজদাস মুখাৰ্জ্জীয়ে বোম্বাইৰ দেবদাসলৈ লিখিছে—টকা পঠোৱা এতিযা সম্ভৱ নহয়। আৰু এখন কাশীৰ হৰিমতী দেবীয়ে উক্ত দেবদাস মুখাৰ্জ্জীলৈ লিখিছে—কেনে আছা? বাওঁ হাতত টেবু কৰি ইংৰাজী আখৰেৰে নামৰ আত্যাক্ষৰ লিখা আছে। ইন্‌স্পেক্টৰে তদন্ত কৰি ক'লে, এৰা মানুহজন দেৱদাস হয়।

হাতত নীলা বাখৰ খটোৱা এটা আঙঠি—দাম আন্দাজ ডেৰশ টকা, গাত এখন আলোৱান, দাম আন্দাজ দু'শ, চোলা কাপোৰ ইত্যাদি সকলো লিখি ললে। চৌধুৰী ডাঙৰীয়া আৰু মহেন্দ্ৰনাথ উভয়েই উপস্থিত আছিল। তালসোণাপুৰৰ নাম শুনি মহেন্দ্ৰই ক'লে, সৰু আইৰ দেউতাকৰ ঘৰৰ মানুহ, তেখেতে দেখা পালে—

চৌধুৰী ডাঙৰীয়াই দাবি দিলে, তেওঁ এতিয়া মৰা চিনাক্ত কৰিব আহিব নেকি ?

দাৰোগাই হাঁহি ক'লে, পগলা হৈছে।

বামুণৰ মৰা শ' হলেও গাঁৱঁত কোনেও স্পৰ্শ কৰিব খুখুজিলে। কাজেই চণ্ডালে আহি বান্ধি লৈ গ'ল। তাৰ পিছত এক শুকান পুখুৰীৰ পাৰত, আধাপোৰা কৰি পেলাই দিলে, কাউৰী শগুণ ওপৰত আহি বহিল, শিয়াল কুকুৰে শ'টো লৈ কাজিয়া কৰিবলৈ আৰম্ভ কৰি দিলে। তথাপি যেয়ে শুনিলে সেযে ক'লে, অহ্, অহ্। দাস-দাসীবোৰেও কোৱাকুই কৰিবলৈ ধৰিলে, অহ্ ভদ্ৰলোক, ডাঙৰ মানুহ। দু'শটকা দামৰ আলোয়ান, ডেৰশটকা দামৰ আঙঠি, সেইবোৰ এতিয়া দাৰোগাৰ জিম্মাত আছে, চিঠি দুখনো তেখেতে ৰাখিছে।

খবৰটো ৰাতিপুৱাতে পাৰ্ব্বতীৰ কাণলৈ গৈছিল হয়, কিন্তু আজিকালি কোনো বিষয়তে তাই মনোনিবেশ কৰিব নোৱাৰা বাবে ঘটনাটো ঠিক বুজিব পৰা নাছিল। কিন্তু সকলোৰ মুখতেই যেতিয়া সেইকথা, তেতিয়া পাৰ্ব্বতীয়ে বিশেষভাবে শুনিব পাই

গধূলিৰ আগতে এজনী দাসীক মাতি আনি সুধিলে, কি হৈছে হে'ৰ ? কোন মৰিছে ?

দাসীয়ে ক'লে, অহ, সেইকথা কোনেও নাজানে আই। পূৰ্ব্বজন্মতে মাটি কিনা আছিল, সেইবাবে মাত্ৰ মৰিব আহিছিল। সেইৰাতিৰ পৰাই ঠাণ্ডাত, হিমত পৰি আছিল, আজি বেলা ন'বজাৰ সময়ত মৰিছে।

পাৰ্ব্বতীয়ে দীঘল হুমুনিয়াহ পেলাই সুধিলে, অহ, কোন তেওঁ একো জনা নগ'লনে ?

দাসীয়ে ক'লে, মহেন দেউতাই সকলো জানে, মই ইমান নাজানো আই।

মহেন্দ্ৰক মাতি অনাত সি ক'লে, তোমালোকৰ ঠাইৰে দেৱদাস মুখাৰ্জ্জী !

পাৰ্ব্বতীয়ে মহেনৰ অতি ওচৰলৈ চাপি আহি চোকাদৃষ্টিৰে চাই সুধিলে, কোন, দেৱদা ? কেনেকৈ জানিলা ?

জেপত দু'খন চিঠি আছিল, এখন দ্বিজদাস মুখাৰ্জ্জীয়ে লিখিছে—

পাৰ্ব্বতীয়ে বাধা দি ক'লে, এৰা, তেওঁৰ ককাযেক।

আৰু এখন কাশীৰ হৰিমতী দেৱীয়ে লিখিছে—

এৰা, তেখেত মাক।

হাতৰ ওপৰত টেবু কৰি নাম লিখা আছিল—

পাৰ্ব্বতীয়ে ক'লে, এৰা, কলিকতালৈ প্ৰথমবাৰ গৈয়ে লিখাইছিল হয়।

এটা নীলা ৰঙৰ আঙঠি—

লগুণ দিয়াৰ সময়ত জেঠাইদেৱে দিছিল। মই যাওঁ—পাৰ্ব্বতী লৰালৰিকৈ নামি গ'ল। মহেন্দ্ৰই হতবুদ্ধি হৈ ক'লে, আই, কলৈ যোৱা ?

দেৱদাৰ ওচৰলৈ।

তেওঁতো আৰু নাই—চণ্ডালে লৈ গৈছে।

আই ঐ! বুলি কান্দি কান্দি পাৰ্ব্বতীয়ে লৰ দিলে। মহেন্দ্ৰই লৰি সমুখলৈ আহি বাধা দি ক'লে, তুমি পগলা হ'লা নেকি আই ? কলৈ যাবা ? পাৰ্ব্বতীয়ে মহেন্দ্ৰৰ ফালে তীক্ষ্ণ-কটাক্ষ কৰি ক'লে, মহেন, মোক সঁচাকৈয়ে পগলা পালানে ? বাট এৰা।

তাইৰ চকুৰ ফালে চাই, মহেন্দ্ৰই বাট এৰি দি নিশব্দে পাছে পাছে গ'ল। পাৰ্ব্বতী বাহিৰলৈ ওলাই গ'ল। বাহিৰত তেতিয়া নায়েব, গোমস্তাই কাম কৰি আছিল, তেওঁলোকে দেখিলে। চৌধুৰী ডাঙৰীয়াই বিতচকুৰ ওপৰেদি চাই কলে, কোন যায় ?

মহেন্দ্ৰই ক'লে, সৰু আই।

ই কি ? ক'লৈ যায় ?

মহেন্দ্ৰই ক'লে, দেৱদাসক চাবলৈ।

ভুবন চৌধুৰীয়ে চিঞৰি উঠিল, তহঁত সকলোৱে পগলা হ'লি নেকি ? ধৰ—ধৰ—এওঁক ধৰি আন।

পগলা হৈছে! অ' মহেন অ'

তাৰ পিছত দাস-দাসী মিলি ধৰাধৰি কৰি পাৰ্ব্বতীৰ মূৰ্চ্ছিত

দেহটো টানি আনি ঘৰৰ ভিতৰলৈ লৈ গ'ল। পিছদিনা তাইৰ মূৰ্চ্ছা ভাঙিল, কিন্তু তাই কোনো কথা নকলে। এজনী দাসীক মাতি আনি মাত্র সুধিলে, ৰাতিতে আহিছিল নহয়। গোটেই ৰাতি।

তাৰ পিছত পাৰ্ব্বতী টলকা মাৰি থাকিল।

এতিয়া ইমানদিনে পাৰ্ব্বতীৰ কি হৈছে, কেনে আছে, নাজানো। খবৰ লববো ইচ্ছা নজন্মে। মাত্র দেৱদাসৰ বাবে বৰ কষ্ট হয়। তোমালোকে যিসকলে এই কাহিনী পঢ়িবা, হয়তো আমাৰ দৰেই দুখ পাবা। তথাপি যদি কেতিয়াবা দেবদাসৰ দৰে এনেকুৱা হতভগীয়া অসংযমী পাপিষ্ঠৰ লগত পৰিচয় হয়, তাৰ কাৰণে অলপ প্ৰাৰ্থনা কৰিবা। প্ৰাৰ্থনা কৰিবা আৰু যিয়ে হ'ক, যেন তাৰ দৰে এনেকৈ কাৰো মৃত্যু নহয়। মৰণত ক্ষতি নাই, কিন্তু সেইসময়ত যেন এটি মৰম-সনা হাতৰ পৰশ তাৰ কপালে পায—যেন অন্ততঃ এখন করুণাভৰা স্নেহময় মুখ দেখোঁতে দেখোঁতে এই জীৱন শেষ হয়। মৰিবৰ সময়ত যেন কাৰোবাৰ এটোপা চকুলো দেখি সি মৰিব পাৰে।

---

# চপলাৰ অসমীয়া অনুবাদমালা

ৰবীন্দ্ৰনাথ ঠাকুৰ

গল্পগুচ্ছ : ৰাজৰ্ষি
ক্ষুধিত পাষাণ : নৌকাডুবি

বঙ্কিমচন্দ্ৰ চট্টোপাধ্যায়

কৃষ্ণকান্তৰ উইল : আনন্দমঠ
দেৱী চৌধুৰাণী : কপালকুণ্ডলা
চন্দ্ৰশেখৰ : বিষবৃক্ষ

শৰৎচন্দ্ৰ চট্টোপাধ্যায়

দেৱদাস : পৰিণীতা
বিৰাজবৌ : পল্লীসমাজ

তাৰকনাথ গঙ্গোপাধ্যায়

স্বৰ্ণলতা

চপলা বুক ষ্টল
শিলং : অসম

## অভিনয়োপযোগী নাটকাৱলী

কমতা কুঁৱৰী　　　　নল দময়ন্তী

আহুতি

অগ্ৰগামী　　　　বিসৰ্জ্জন

সাৱিত্ৰী

শ্ৰীৰামচন্দ্ৰ　　　　মানস প্ৰতিমা

মৰ্জিযানা

বিপ্লৱী বীৰ　　　　পিয়লি ফুকন

নিৰ্য্যাতিতা

কাৰেঙৰ লিগিৰী　　　　বণিজ কোঁৱৰ

কৱিতাৰ জন্ম আৰু কৱিতাৰ স্বয়ম্বৰ


**চপলা বুক ষ্টল**

শিলং : অসম

## আমাৰ শিশুসাহিত্যনিচয়

অপেশ্বৰীৰ দেশ
হাঁহি চম্পা
ডেভিড্ কপাৰফিল্ড
কথা দশম
অকণিৰ মহাভাৰত
ভক্ত প্ৰহ্লাদ
খ্ৰীচ্ দেশৰ সাধু
পিয়লি ফুকন
অমৰ কাহিনী
অকণিৰ ৰামায়ণ
ভীম চৰিত্ৰ

## আমাৰ অন্যান্য গ্ৰন্থাৱলী

কীৰ্ত্তন-নামঘোষা
জাতীয় সঙ্গীত
দশম
অমূল্য ৰত্ন
নাৰীৰত্ন
শ্ৰীশ্ৰীআদি যামল
মধুপৰ্ক

**চপলা ঃ ঃ শ্বিলং**